# MAHMAHMA


॥ *An Assamese Novel by Premnarayan* ॥

॥ *Published by Shri M. K. Dutta, M.A., Mani Manik Prakash* ॥

॥ *Panbazar, Gauhati - 1, Assam. First Published* ॥

॥ *September 1976, 2000 Copies Price Rs. 6'00 Paise* ॥

॥ *Printed by Shri R. K. Samui, Bhaskar Printers* ॥

॥ *83/B. Vivekananda Road, Calcutta - 6* ॥

॥ প্ৰকাশ কৰিছে ॥

॥ শ্ৰীমনোজ কুমাৰ দত্ত, এম. এ. ॥

॥ মণি-মাণিক প্ৰকাশ ॥

॥ গুৱাহাটী - ১ ॥

॥ প্ৰথম প্ৰকাশ ॥

॥ চেপ্তেম্বৰ ১৯৭৬ ॥

॥ বেটুপাত ৰূপায়ণত ॥

॥ শ্ৰীবিজয় মণ্ডল ॥

॥ কলিকতা ॥

॥ ছপা কৰিছে : শ্ৰীৰণজিৎ কুমাৰ চামুই ॥

॥ ভাস্কৰ প্ৰিণ্টাৰ্ছ, ৮৩/বি, বিবেকানন্দ ৰোড, কলিকতা - ৬ ॥

# ৰহীয়া

ৰহীয়া মানে ৰসাল। ৰস বোলা বস্তু, যে আঠুকড়াৰ পৰা টোকন-ধৰালৈকে সকলোৰে প্ৰিয় তাক কোনেও অস্বীকাৰ কৰিব নোৱাৰে। অৱশ্যে লোকভেদে ৰসো ভিন্ ভিন্ হয়। সেইবাবেই আমাৰ চৰকাৰে ৰসো ভিন্ ভিন্‌কৈ সৃষ্টি কৰিছে। চৰকাৰ বোলোতে আমি ইয়াত কোনো গোবৰমেনৰ নামলৈ আঙুলিওৱা নাই দেই। আমাৰ খোদ মালিকৰ কথাহে কৈছো। কিয়নো সাধাৰণতে অনুদাৰ বিধৰ ধাৰ্ম্মিকসকলে নিজ নিজ উপাস্যগৰাকীক হে আটাইতকৈ ডাঙৰ বুলি ভাবে আৰু অকল ভাবিয়েই নেৰে — আন আন সম্প্ৰদায়ৰ ঔপাস্যসকলক ইতৰ বুলি প্ৰমাণ কৰিবলৈও বিচাৰে। অথচ সেই সকলে নাজানে যে একৰ বাহিৰে দ্বিতীয় সত্তা নাই। দকৈ ভাবি চালেই বুজিব পাৰিব যে ইও এটা ৰহীয়া কথায়েই, কিন্তু আমি এই ৰসৰ কথা কব খোজা নাই।

এৰা, ৰস ভিন্ ভিন্‌কৈ সৃষ্টি কৰিছে। তাৰ ভিতৰত টেঙা, তিতা, জলা আৰু কেঁহা ৰসে সময়ত তামাকাহাও দেখুৱায়। সেইবুলি সেইকেবিধ ৰসকো জানো উচ্ছেদ কৰিবলৈ কোনোবাই শাসক সকললৈ আৰ্জি পেঁচ কৰিছে? গ্ৰহণী আৰু পিত্তশূলৰ ৰোগীক জলকীয়া খাবলৈ ডাক্তৰে মানা কৰিলেও চুৰ কৰি খোৱা কথা জানো বাইজে নাজানে? এতেকে ৰস ৰসেই, সি এজনৰ পক্ষে অৰস বা অসোৱাদ হলেও আন এজনৰ পক্ষে সৰস আৰু সোৱাদ হোৱাত বাধা থাকিব নোৱাৰে।

শুনা যায়, আজি কেবছৰ মানৰ পৰা হেনো কিবা 'এডুকেশ্যন ড্ৰাইভ' আৰম্ভ কৰিছে। ড্ৰাইভ মানে খেদা। আমি সৰুৰে পৰা মহ-খেদা, হাতী খেদা, পহুখেদা, শিয়ালখেদা আৰু শিশুপাল-খেদা আদি কথাবোৰ শুনি আহিছিলো। যদি এইবিধ খেদাও তেনে কিবা এবিধ চিকাৰ তাৰ ভু নাপাওঁ। কোনো কোনোৱে কয় ইয়াৰ অৰ্থ হেনো শিক্ষা বিস্তাৰ আনহাতে নিৰক্ষৰতা-নাশ। হক তেও -- সোলাৰ মুখত মাখি।

অৱশ্যে তাৰ সুগুণ বা বেগুণ (বেঙেনা নহয় দেই) বোৰৰ কথা আমি আলোচনা কৰি কোনোবাৰ মনত বিকৃচিনা লগাই নিজে বিকৰ্থনা খোৱাৰ ইচ্ছা কৰা নাই। আমি কেইটামান ৰসৰ কথাহে কব খুজিছো।

প্ৰথমে আমাৰ লেখক সকলৰ বসৰ কথাকে লেখিব খোজো। এই কথা সকলোৱে একমুখে আৰু একবাক্যেৰে স্বীকাৰ কৰে যে দুই এজনক বাহিৰে আমাৰ লেখকসকলৰ অৱস্থা দুখলগা ভাবেই বেয়া — দীন হীন বুলি কলেও বোধকৰো বৃজন সংখ্যক লেখকে আপত্তি নকৰিব। কিয়নো আমাৰ লেখক সকলে চাকৰি নাইবা আন ব্যৱসায় আদি নকৰি কেৱল সাহিত্য চৰ্চ্চাকে পেচা বা কৰ্ত্তব্য হিচাবে লোৱাহলে কোন কাহানিবাই গোত্ৰহীন নহলেও নিশ্চয় যোত্ৰহীনৰ তালিকাত নাম লেখাব লগীয়া হ'লহেঁতেন। সময়ত দুই এজনৰ হাতত চিয়াঁহী কিনিবলৈ পইচাও নাথাকে। চাকৰি নাইবা ব্যৱসায় আদি কৰি পৰিয়ালৰ পোহপাল দিয়াও টানহৈ পৰে। বহুতৰ অৱস্থা যেন ফটা ওৰণি — তাৰমানে ফটা চেলে'খন মূৰৰ ফালে টানিলে পিঠিৰ ফাল উদং, আকৌ পিঠিৰ ফালে দিলে মূৰত নাথাকাৰ নিচিনা মাহ দিন অহোপুৰুষাৰ্থ কৰি ঘটা ধন কেইটাবে খাদ্য কিনিলে বস্ত্ৰলৈ নুকুলায়। আকৌ কাপোৰ নিকিনিলেও লজ্জা নিবাৰণ নহয়। এতেকে কেৱল লেখক বুলিয়েই নহয় মধ্যবিত্ত শ্ৰেণীৰ বেছি ভাগকে এই সমস্যাই জুৰুলা কৰে। অগত্যা মাহৰ প্ৰথম সপ্তাহতে এমাহৰ আৰ্জ্জন নিঃশেষ কৰি বাকী তিনি সপ্তাহ ধাৰিং পোষ্টৰ দৰে চলিবলগীয়াত পৰে। অৱশ্যে যদিহে কোনোবা দোকানীয়ে উঠনাকৈ বস্ত্ত দিয়ে। বহুতে আকৌ দুয়োবেলা প্ৰাইভেট-টিউশ্যন কৰাও দেখা যায়। কিন্তু তাৰ মাজতে আকৌ কলমো চলায়, তাৰমানে লেখে।

কোনোবাই সুধিব পাৰে যে ইমান জোঙাৰ মাজত থাকিনো আকৌ লেখে কেলেই? লেখক হৈ-নাম-যশ লবলৈ নে ধন ঘটিবলৈ?

তাৰ উত্তৰ একে কথাতে দিয়া টান। আলিৰ দাঁতিত মানুহে নো গছপুলি ৰোৱে কেলেই? পথাৰৰ মাজত কুঁৱা দিয়ে বা পুখুৰী খান্দে কেলেই? চাৰি আলিৰ মাজত ৰোৱা গছপুলিটো ডাঙৰহৈ ছাঁ দিব পৰা হয় মানে গছ ৰোৱা মানুহজন হয়তো জীয়াই নাথাকিবও পাৰে আৰু থাকিলেও সেই গছৰ তললৈ গৈ ছাঁত বহাৰ সুবিধা নাপাবও পাৰে তদুপৰি গছজোপা ৰোৱা বাবে তেওঁৰ নাম-যশ তাত খোদাই কৰি থোৱাও নহয়। আনপিনে পথাৰৰ মাজত খন্দা পুখুৰীৰ পানী খাবলৈ তেওঁৰ হয়তো জীৱনত আৱশ্যকেই নহব পাৰে। আনপিনে, নাম-যশৰ কথা উদ্দেশ্য কৰি কোনো লেখকেই নকৰে বুলি আমাৰ অকজ

বিশ্বাস থকাই নহয় — প্ৰমাণো আছে। তাৰ পিছৰ কাৰণটো ধনী হোৱা ! তৌবা তৌবা !! বোলে 'হৰ ছলি বুলিব বাপ, তেহে গুচিব মনৰ তাপ ?'

তেন্তে ধন ঘটাৰ কাণ্ডখনকে কওঁ শুনক— এজন লেখকে দিনে অথবা দিনে ৰাতিয়ে নাইবা ৰাতি সকলোৱে খাইবৈ সুখৰ সপোন দেখিব ধৰাৰ পিছত — কেই ঘণ্টাকৈ পৰিশ্ৰম কৰি কেই মাহত নাইবা কেই বছৰত এখন কিতাপ লেখি উলিয়াব পাৰে তাৰ তৎ দুঘণ্টাতে নাইবা চাৰিঘণ্টাত পঢ়ি শেষ কৰা অলেখক-পাঠকে নাপায় অৰ্থাৎ অনুমান কৰিব নোৱাৰে। কেতিয়াবা কেতিয়াবা কিবা দুৰ্যোগত পৰি আধালিখাকৈ এৰা কিছুমান আকৌ হাতত ললে জোৰা দিব নোৱাৰি হয়তো জুই ধৰিব লগীয়াও হব পাৰে। যি নহওক, কিতাপ এখন লেখি তাকে দ্বিতীয় বাৰলৈ 'ৰিভাইচ্' কৰি সংশোধন, পৰিবৰ্দ্ধন বা সঙ্কোচন কৰি তাৰ পিছত কপিকৰা কাম ওলায়। লেখাতকৈ কপি কৰাটোও কম লেঠাৰ কাম নহয়। কিয়নো নিজে কপি কৰিলে মাজে মাজে সাল-সলনি কৰিবলগীয়া হয় আৰু আনৰ হতুৱাই কৰালে ভুল হোৱাৰ উপৰিও সময়ত দুই এশাৰী বৈ যায়। আন আন অসুবিধাৰ কথা নকৈ পাণ্ডুলিপিখন ইমানতে সম্পূৰ্ণ হোৱা বুলি ধৰি ললো।

তাৰ পিছত লাগিল প্ৰকাশ কৰাৰ লেঠা। আমাৰ প্ৰকাশকৰ সংখ্যা নিচেই তাকৰ। তেনেই আঙুলিৰ মূৰতে হিচাব উলিয়াব পাৰি। যদি ইতি-পূৰ্ব্বে আপোনাৰ কোনো পাণ্ডুলিপিয়ে কিতাপহৈ ওলোৱা নাই তেনেহলেতো বেজাই মুস্কিল। এনেকি আপোনাৰ লেখাই পাণ্ডুলিপিৰ পৰা কিতাপহৈ ওলোৱাৰ আশা-আকাঙ্ক্ষাও বৰবাদ হৈ যোৱাৰ উপক্ৰম। বহু প্ৰকাশকে হয়তো আপোনাৰ কিতাপ হাতেৰে চুই হাত চুৱা নকৰি নামৰ মুখেই বিদায় দিব। কোনোবা জনে যদিওবা পঢ়ি চাব বুলি ৰাখে তেন্তে কেইমাহত যে পঢ়ি শেষ কৰিব পাৰিব তাৰো কোনো ঠিকানা নাই। কাকতৰ মাজত সুমাই যে হেৰাই নাযাব তাৰো কোনো নিশ্চয়তা নাই। দূৰৰ পৰা পঠিয়ালে যে পাৰ্চেল পালেই খুলি পঢ়িবলৈ সময় পাব তাৰো কোনো মানে নাই। যি নহওক, অৱশেষত ভাগৰি গৈ 'আচোক লাভত কাটি, মূলৰো হাতাহাতি' কৰি কোনোবা এজনক দি পাণ্ডুলিপিখন কিতাপাকাৰে দেখাটোকে সৌভাগ্য বুলি ভবাৰ বাহিৰে উপায় কি ? এই বিষয়ে প্ৰকাশকক কোনোবাই দোষ দিব খোজে যদি তাৰ উপায় সমূলি নাই। কিয়নো, আপুনি লিখি নিয়া পাণ্ডুলিপি খনৰ

বাবেতো প্ৰকাশকে আশা পালি বৈ থকা নাই। সেই ছপাবলৈ টকা খৰচ কৰি ছপাই উলিয়াই বেচিব নোৱাৰিলে তেতিয়া ব্যৱসায় চলিব ক'ৰপৰা ? এই বিষয়ে পিছত আলোচনা কৰা হব।

পুৰণি লেখকৰ ক্ষেত্ৰত অৱশ্যে নিজক চিনাকি দি ফুৰিবলগীয়া নহয় সঁচা কিন্তু স্কুল-কলেজৰ পাঠ্যপুথিৰ বাহিৰে আন বাহিৰা কিতাপ প্ৰকাশ কৰিবলৈ প্ৰকাশকে বৰ আগ্ৰহ কৰি লব তেনে কথা হব নোৱাৰে। আৰু ছপাই উলিয়ালেও যে আপোনাৰ কিতাপ তৎক্ষণাত বিক্ৰী হব তাৰো কোনো মানে নাই। এতেকে তেওঁ আপোনাক দিব খোজা ৰয়েল্টি যে কেতিয়াকৈ দিব তাৰ কোনো ঠিকনা নাই। অৱশ্যে ইয়াত আমি বিশ্বাসযোগ্য প্ৰকাশকৰহে আলোচনা কৰিব খুজিছো। অবিশ্বাসী ঠগ বা মিছলীয়া ৰকমৰ প্ৰকাশকে লেখকক নানান ৰকমে প্ৰবঞ্চনা কৰা কথা শুনা যায়। কিন্তু সেইবোৰ আলোচনা কৰাৰ উদ্দেশ্য ইয়াত নাই।

তাৰ পিছত লেখকে যদি নিজে ছপায় তেতিয়াহলে ডাঙৰ সমস্যা হয় কিতাপ বিক্ৰীৰ বাবে।.........*

ইতি—

**লেখক**

* ভূমিকাৰ এইখিনিলৈকেই লেখি থোৱাৰ পিছত হঠাতে লেখকৰ মৃত্যু হোৱাত ইয়াৰ পিছৰ কথা সহৃদয় পাঠকৰ বিবেচনাৰ ওপৰতে এৰি দি ভূমিকা অৰ্দ্ধ সমাপ্ত ৰাখিয়ে ছপোৱা হ'ল।

**প্ৰকাশক**

# মহমহীয়া

## এক

মযুৰা আৰু মই, যে তযা আমাৰ মুনিব মানে শ্ৰীহীনা। (দেহ-শ্ৰী নহয় দেই, নামৰ শিৰ কথাকে কৈছো। অৰ্থাৎ তেওঁ নামৰ আগত শ্ৰী নেলেখে আৰু উপাধিৰ অন্ততো দীঘ ঈকাৰৰ নেজ নলগায় বাবে বহুতেই মই কৰাৰ দৰে তেওঁৰ মুখ দৰ্শন কৰাৰ আগেয়ে তেওঁৰ নাম শুনি বা পঢ়ি মনত ভুল ধাৰণা লৈ শেষত হাঁহিৰ পাত্ৰ হয় বুলি অমুকাই হলফ কৰি কব পাৰো। কিয়নো মই প্ৰথম দিনা নিজেই সেই গোবৰৰ দলত পৰিছিলো যেতিয়া, তাৰমানে 'দিলদৰিয়া দালাল' ৰূপী খৰাম্বৰা নামটো দেখি পদ্মাৰ আৰত হৰা নামৰ গৰাকীকো পু মৰ্ত্তি বুলি মনতে দৰিযাপ কৰি লৈ — 'দালাল চাহাবক' দেখা কৰিব খোজো, বুলি ময়ুৰাৰ আগত উচ্চাৰণ কৰি তাইৰ হাঁহিৰ বোমাত ফাটুচ উৰাদি উৰি খুদমান বাওনা বিলকুল বেকুব বনি গৈছিলো। তেনেস্থলত অপৰৰ বাবেও 'বালীৰ শৰে সুগ্ৰীবৰো শৰ' বুলি ধৰি লব লগা হব নোৱাৰে। এতেকে অমুকাই স্থিৰ কৰি লৈছো যে তেওঁক শ্ৰীহীনা নুবুলি হতশ্ৰী বুলিহে কম। অৱশ্যে মুখৰ আগত নহয — পাছত, কিয়নো, সেই যে বৰচাহাবৰ গালি খাই পেট ভৰাই ওলাই আহোতে ৰায় বাহাদুৰে, তেওঁ উৰা কাপোৰৰ তলতে, বৰচাহাবকো বুঢ়া আঙুলি দেখুৱাই আহিছিল অথচ সেই খবৰ পাই বৰচাহাবে তেওঁক কোনো নিগ্ৰহ নকৰি মাফ কৰি দিছিল, ঠিক সেইদৰে, পাছত বঢ়াবো। নাম শুনোতাই মাতি গালিবো থকাসৰৰা কৰি দিব পাৰি। এতেকে হতশ্ৰী কবলৈ অমুকাৰ সম্পূৰ্ণ স্বত্ব আছে। তদুপৰি অকল হতশ্ৰী কলেও মানুহে লিঙ্গভুলৰ পাকত পৰিব পাৰে দেখি, তেওঁক (পাছত) একদম হতশ্ৰীহতী বুলি মাতিবলৈও অমুকাই পৰোৱা নকৰে।) বা হতশ্ৰীহতী দিলদৰিয়া দালালৰ অফিচৰপৰা ওলাই আহি আলিত শ্ৰীচৰণ পেলালেহি তেতিয়া গধুলি আঠ বাজি পঞ্চাশ মিনিট উকলিছে। *

এইবাৰ হলে হতশ্ৰীহতীয়ে অথনিৰ দৰে আমাৰ পাছে পাছে অনুসৰণ কৰিব অহা নাই। কেৱল তেওঁৰ বিভল্ভিং চকীত বহিয়ে হুকুম চলাইছে যে টেক্সি

ভাড়া নকৰি আমি দুয়ো দুখন ( আমাৰ নিজ খৰচত ) বিক্সত উঠি নিজ নিজ ঘৰলৈ যাব লাগে। আদেশ দিয়াৰ অধিকাৰ তেওঁৰ নিশ্চয় আছে — তেওঁ মুনিব আমি তাবেদাৰ।

ময়ূৰী অৰ্থাৎ শ্যামা ( যদিও তেওঁ বগী ) আজি কেবা বছৰ ধাৰ মুনিবৰ চাউল-খাইতী, একমাত্ৰ কৰ্মচাৰিণী, সহকৰ্মিণী, টাইপকাৰিণী, কিন্তু পদপীটো হলে চেক্ৰেটৰী ( 'ণী' যদি আৱশ্যক তেন্তে নিজে নিজে যোগ কৰিলৈ মাতিব পাৰে )।

আকৌ অমুকা দুদিনীয়া যদিও, হৈ পৰিলো মুনিবৰ মনোহাৰী কৰ্মচাৰী — তাৰমানে দিলদৰিয়াৰ দিল্ খুচ্ হলে চেনেহতে চুমা খাই আৰু মেজাজ খাৰাপ হলে গালি পাৰি — এই উভয় ৰকমে তেওঁৰ মুখৰ খজুৰতি পলোৱা সৰ্জলি নাইবা একমাত্ৰ ৰিপ্ৰেজেণ্টেটিভ, মেনেজাৰ, তাবেদাৰ বা সহকাৰী অথবা নোকৰ আদি যেয়ে যিভাবে খুচি ধৰি লব পাৰে।

ময়ূৰী শুকুলা শ্যামাৰ যে সৰ্ব্ব শৰীৰত ৰোমহৰ্ষ ওপজি তামাম শিৰৰপৰা শ্ৰীচৰণলৈকে চমুচা নোমবোৰ কেঁটেলা পহুৰ কাঁইটৰ দৰে থিয়হৈ উঠিছিল আৰু মনটোৱে আনন্দ-আকাশত উৰি ফুৰি চেতনা বিলকুল বিলুপ্তহৈ পৰিছিল, সেই কথা বাপ্পআলিত ভৰি পেলায়েই প্ৰমাণ পালো। হোৱাৰ কথাও। কিয়নো তাই দিলদৰিয়া দালালৰ তাবেদাৰী দিনমান কৰে যদিও দিনৰ দিনটো, আজি অত বছৰে, নাপায় এটোপা চাহপানী পিবলৈ, মানে তাইৰ সামান্য হাজিৰাৰ পইচাৰে কিনি খাবলৈ নোজোৰে, আনপিনে নিদিয়ে মুনিবে নিজ খৰচত এপিয়লা শুদা চাহপানী। এনেকুৱা পানীত হাঁহ নচৰা অৱস্থাত থাকি, হঠাতে আজি মোৰ পেঁচৰ পাকত পাকঘূৰ্ণি খাই — চাকনৈয়াত পৰা নাও কাটিহৈ বস্ত পানীত পৰাৰ দৰে — আমাৰ মালিক কৰ্টকিনা দালালৰ পানী-নসৰকা-হাতৰপৰা যেতিয়া দুখন দহটকীয়া নোট ওলাই তাইৰ মুখৰ আগতে পৰিল, আকৌ এনেকুৱা তিনিখন কালিলৈকো দিব বুলি হতশ্ৰীহতীৰ মুখ ফাটি শব্দ ওলোৱা শুনিলে, তেনেকুৱা অৱস্থাত এই ময়ূৰীহে নালাগে বহুত কাউৰীবো — মোহিনী-ভাং হুপি মোহত পৰাৰ দৰে — ঘূৰ-ভৰ কৰিলেহেঁতেন।

আলিত নামি শ্যামাই ( ময়ূৰীৰ অফিচিয়েল নাম, অৰ্থাৎ মুনিব দিলদৰিয়া দালালে ন-কৈ নামাকৰণ কৰি প্ৰচাৰ কৰা, শুকুলা ভেকেৰীজনীৰ নাম শ্যামা। আকৌ ময়ূৰ-পখী বা চমুকৈ ময়ূৰী নামটো অমুকাই প্ৰথম দৰশনতে — তাই

ধুনীয়া সাজপাৰ পিন্ধি ময়ূৰৰ দৰে পেখন ধৰি থকা দেখি — কৰা নামাকৰণ।) ভেবা লাগি মোৰ মুখলৈ চাই ৰ'ল। যেন তাই আৰু লৰচৰ কৰিবকে নোৱাৰে। মই তাই শুনাকৈ "যোৱাগৈ দেই" বুলি কৈ নিৰ্ব্বিকাৰ ভাবেৰে দুই কদম আগবাঢ়িলো।

মোৰ কথাষাৰ তাইৰ কাণত যে সমূলি নোসোমাল সেইকথা চমজিবলৈ অমুকাৰ পলম নালাগিল। কিয়নো তাই কোনো উত্তৰো নিদিলে আৰু মোৰ সৈতে সমানে খোজ নবঢ়ালে। তাইৰ মনৰ তন্ময় ভাব কণমানো আঁতৰা নাই। তাৰ কাৰণো নথকা নহয় — সেই যে দুঘণ্টা আগতে মই দালালৰ বৰ সতৰ্ক আৰু চোকা চকুত ধূলি মাৰি দালালী প্ৰতিষ্ঠানৰ খৰচত তাইক মটৰেৰে হাৱা খুৱাই দিয়াৰ উপৰিও, শুকুলা শ্যামাই আজিলৈকে ব্যৱহাৰ কৰা দূৰৰ কথা ভৱিষ্যতে কেতিয়াবা নিজৰ ধন খৰচ কৰি কিনি চখ কৰিব পাৰিব বুলি সপনতো ভাবিব নোৱাৰা চখীন বস্তু, যেনে ফুটানি কী দিব্বা আৰু মোহত পেলোৱা মনমোহিনী-সৌৰভ যুক্ত প্ৰসাধনৰ দুৰ্লভ সামগ্ৰীবোৰ অযাচিতে কিনি দিছিলো, তাতেই তাইৰ কোমল অন্তৰখন কৃতজ্ঞতাৰে গলি, তেনেই চকত উতলি ওপৰলৈ উঠা গৰম গাখীৰৰ ফেনৰ দৰে, ওপচি উঠিছিল। এইদৰে ডবল দৰদৰ বা'মৰলীত পৰিলে কোন হেৰিয়াৰ বুদ্ধি-বৃত্তিনো চুকৰ কোণত নুলুকাবগৈ ?

আনপিনে কবলৈ গলে, সেই যে অমুকাই তাইক আবেলি চাহ-মিঠাই পাবলৈ প্ৰতিষ্ঠানৰ খৰচৰপৰা উপযাচি দিয়া চোৱা তিনি টকা আৰু কাৰচাজি কৰি — ঘানিৰ শুকান খলিহৈ চেপি তেল উলিয়াই মূৰত লোৱা তেলৰ দৰে — আমাৰ কটকিনা মুনিব দিল দৰিয়াৰ শুকান দিল চেপি চেপি দৰদ উলিয়াই শ্যামাৰ মূৰত বৰ্ষণ কৰা বাবে ময়ুৰীয়ে যদি গপতে ভেমৰানীহৈ পেটে পেটে ভাবিছে যে তাইক মই আকৌ এবাৰ টেক্সিৰে হাৱা খুৱাই তাইৰ ঘৰত থৈ যামগৈ তেন্তে তাইৰ সেই ভাব ঘোলা ডিমাৰ উমনিৰ চামিল। কিয়নো এই নিনাও নগৰীয়া অষ্টধাতুৰ মাদুলী নহয় — একদম তীখাৰ বতালি বুলি অমুকাই শ্যামাৰ মূৰত ধৰি শপত খাই কব পাৰো।

তাইৰ আচল অৱস্থাটো বুজি পাই মই মুখ ঘুৰাই তাইৰ ফালে চাই আকৌ এবাৰ কলো, "যোৱাগৈ দেই ময়ুৰী, সৌ বিক্সা আহিব লাগিছে।" মই আকৌ খোজ দিলো।

এইবাৰ মোৰ কথাবাৰে তাইৰ কাণেৰে সোমাইগৈ অন্তৰত বাঘঢকা, মাৰি দিলে হবলা। তাই লৰি আহি মোৰ ওচৰ চাপিল। তাৰ পিছত 'চিয়েঞ্চৰ' মিডিয়মৰ মুখৰপৰা ওলোৱা মাতৰ নিচিনা বগী শ্যামাৰ শেতা মুখৰ পৰা ম'ত ওলাল, "মোক মানে মোক আপুনি মানে মোক অকলে এৰি মানে যায়গৈ নেকি ?"

মই থমকি বৈ সুধিলো "অকলে মানে ?"

তাই সেপঢুকি কোঁহহাই ক'লে, "মই মানে আপোনাৰ মানে তাৰমানে সৈতে মানে একেলগে যাম বুলি মানে ··"

এইবাৰ হলে তাই মুনিবৰ আগত কৰাৰ দৰে ভাও কৰা নাই। বুজিলো, কথাবোৰ তাই পোনপটিয়াকৈ কবলৈ সাহ কৰা নাই। কিয়নো তাইৰ কথাৰ সুৰ সম্পূৰ্ণ সুৰ্কীয়া। কবলৈ হলে এই নিমাখীত নিনাও নগৰীয়াই নজীৰ দেখুৱাই চমজ্জাব নোৱাৰে যে — ন বান্ধৱীয়ে ন-বন্ধুৰ সৈতে এই নমুনাৰে কথা পাতি দৰদ লগায়, নে ন-কইনাই ন-দৰাৰ আগত এইদৰে মিঠা-সুৰীয়া মাত মাতে, নে মোহিনীয়ে মোহনক মুহিবলৈ এইদৰে পকজা লগাই নুটাতুলি কথা কয়। অমুকাৰ মতে — সেই যে কচোৱানৰ খোচনি খাই ভোকে-পিয়াহে মুখেৰে ফেন বৈ থকা ঘুঁৰীজনায়ে বোজা টানি থকা গাৰ্ডীখনত কাচোৱানে নিজৰ পেট পূৰাবলৈ জমা কৰি ৰখা দানা-পানীৰ পৰা কোনোবাই কেনেবাকৈ যদি এচলু পানী আৰু এমুঠি দানা আনি তাইৰ মুখত সুমাই দিয়ে তেতিয়া তাইৰ নিমাত অন্তৰৰ নীৰৱ কৃতজ্ঞতা-ৰস যিদৰে নয়নেৰে নিজৰি ওলাব, এই শুকুলা শ্যামাৰো অবিকল সেই অৱস্থা হৈছে।

তাইৰ করুণ আবেদনত মোৰ মনটো নিয়ৰত থোৱা কাপোৰৰ দৰে সেমেকিল যদিও দুষ্ট বুদ্ধিটোৱে টাঙনাৰ দৰে নেজ দাঙি তিনি পাক ঘূৰিলে। বহস্য কৰি মই কলো, "কিন্তু মই যাম মোৰ ঘৰলৈ। পিছে লগুণ-গাঁঠি নবন্ধাকৈ নো তোমাক মোৰ ঘৰলৈ নিও কেনেকৈ, শুকুলা শ্যামা সুন্দৰী ?"

"ধেৎ" বুলি তাই নীলা চকুৰে কিবা বাণ মাৰিলে যদি আন্ধাৰত মালুম কৰিব নোৱাৰিলো। তাৰ পিছত তাই ক'লে, "মই, মানে কোনে আপোনাক ·· মই মানে আপোনাক মানে মোৰ ঘৰত থৈ মানে থৈ যাবলৈহে···মানে মই অকলে এতিয়া······মানে··· ?"

তাইৰ কথাত বাধা দি মই কলো, "হেৰা প্ৰগতিৰ অধোগতি, বোলো আজিৰ

যুগতো তুমি এনেকুৱা বেকরাউ হৈ পৰিলে জগৎখন ওলোটাকৈ ঘুৰিব জানো ? তদুপৰি, হেৰা শ্যামা সুন্দৰী, সাপৰ সমুখত ভেকুলীয়ে টোবটোবোৱাৰ দৰে তুমি মুনিবৰ আগত মানেৰ মাত দলোতে দলোতে তোমাৰ গোটেইখন জিভাত মানেৰ ছেলনি পৰি ৰবধাদ হৈছে। কণ্ঠ শুনা ভনীটি, ভৰি-হাতৰ কঁপনি, বুকৰ ধপধপনি আৰু মনত পোপুৱানি থাকিলে, আকৌ মুখত বৰমাত মাতিব নাজানিলে — ফুটনিৰে ফোপোলা আজিৰ এই প্ৰগতিত বাচিবা কেনেকৈ ?"

ময়ুৰপঙ্খীয়ে গাৰ নিচেই ওচৰলৈ আহি কাণৰ কাষত ফুচ্ ফুচাই ক'লে, "আপুনি মানে মিষ্টাৰ নগৰীয়া, আপুনি নাজানে মানে দালাল-দেউ হাতেৰে মানে পানী নসৰকা মানে বৰ মানে কটকিনা স্বভাৱৰ হলেও তেখেতে মোক মানে এটা মানে কুকুৰনেচীয়াৰ মুখৰ গৰাহৰ পৰা ৰক্ষা কৰিছিল। এগৰাকী মানে এজন মুধফুটা অফিচাৰে মোক চেক্ৰেটৰী নিয়োগ মানে পাতি শেষলৈ মোক মানে গিলি থব খুজিছিল। সেই সময়তে মই দালাল দেউলৈ মানে সকলো জনাই মানে গোপনে চিঠি লিখি দিছিলো যে মোক যদি তেখেতে সেই কুকুৰনেচীয়াৰ মুখৰপৰা উদ্ধাৰ কৰিব পাৰে তেনেহলে মই মানে তেখেতৰ ওচৰত চিৰঋণী হৈ থাকিম। মোৰ চিঠি মানে তেখেতে পায়েই শ্বিলঙলৈ গৈ সেই কুকুৰনেচীয়াক মানে নাকত জৰী লগোৱা ভালুকৰ দৰে নচুৱাই নিজৰ বাবে পাঁচশ টকা আদায় মানে তেওঁৰপৰা কৰি মানে মোক লগতে আনি তেতিয়াৰ পৰাই মানে তেখেতৰ চেক্ৰেটৰী মানে কামত নিযুক্ত কৰিছে। মোৰ মাৰ সৈতে কেৱল মানে খোৱা-লোৱা খা-খৰচ বাবদ মানে যিমান খিনি লাগে সেই খিনিহে দিয়ে মানে খোৰাকী বা দৰমহা·· তাৰেই কোনোমতে মানে সেই তেতিয়াৰ পৰা মই মানে প্ৰগতিৰ নাম পা···মানে পাহঁৰি··· "

মই জোৰা লগাই দিলো, "অধোগতি হৈছা।"

তাই ক'লে, "আপুনি মানে যি কয় মানে গালি পাৰিলেও পাৰক কিন্তু মই আজি আপোনাক মানে মই নেৰো, মানে মোৰ ঘৰত থৈ যাবই লাগিব।"

সেই কামলৈ অমুকাৰো আগ্ৰহ কণ নেদেখুৱাই ইমান পৰে পেটৰ পেটেৰাতে সাঁচি থৈছিলো। এতিয়া আৰু মুখতো আপত্তিৰ থল উলিয়াব নোৱাৰি ভাঁৱৰী-পাক মাৰিলো, "বেছ, ব'লা তেনেহলে মুনিবৰ দিহা মতে তুপন ৰিক্সাত উঠি যাওঁগৈ।"

শ্যামাই আপত্তি কৰি ক'লে, "নহয় মিষ্টাৰ নগৰীয়া, একেখন ৰিক্সাত

উঠি যায়। বাটত কথা মানে কব পাৰিম মানে মোৰ ঘৰত আকৌ মা-মুনিব… ”

ওচৰেৰে যাব ধৰা ৰিক্সাখন ৰখাই উভয়ে তাতে উঠি বহিলো তাই তাক গন্তব্যস্থানৰ কথা ক'লে। ৰিক্সা চলিল।

দিলদৰিয়া দালাল যে ডবাকলহব দৰে অভিজ্ঞতাৰে ভৰপূৰ ভদ্ৰমহিলা সেই কথা ঠিক। অলপ আগেয়ে তেওঁ যে কৈছিল বোলে ময়ূৰপঙ্খীৰ প্ৰসাধনৰ সুগোন্ধৰ সৌৰভ টেক্সিখনত কেবাদিনলৈকে মলমলাই থাকিব আৰু তেওঁৰ অফিচতো তিন দিনলৈ তেওঁৰ দিল্ খুচ্ কৰি থাকিব, সেই কথাৰ সত্যতা উপলব্ধি কৰিব পাৰিলো। তাৰমানে মই যেতিয়া শ্যামা পখিলীৰ গাতে গা লগাই ৰিক্সাত উঠি বহিলো তেতিয়া — নগন্য নিনাওৰ নাক-পথে, নাইবা চৰ্ম্ম-পথেৰে হিয়াত কিবা এটা প্ৰৱেশ কৰিলে, যাৰ ফলত অমুকাৰ সমস্ত শৰীৰত শিহৰণ এটা জাগিল। কবি সকলে যদি ইয়াকেই ৰোমাঞ্চিত ৰোগ বুলি কয় নাজানো কিন্তু তেনেকুৱা কিবা এটা অথন্তৰ অনুভৱ কৰিলো। কোনোবাই বুজিছে যদি বুজক, নুবুজিলে নিনাও নগৰীয়াই নাগৰা বজাই বুজাব নোৱাৰে।

ময়ূৰীয়ে নাকীসুৰেৰে বীণাৰ আৱাজ তুলিলে, “আপুনি মুনিবৰ মানে মহৰ শিঙত কোকিলাৰ দাঁৰ মানে মাৰিলে কেনেকৈ মিষ্টাৰ নগৰীয়া, মই মানে ভাবি ভা-মানে…”

মই কলো, “হেৰা শ্যামা সুন্দৰী, তোমাৰ মানেৰ আখৈ মুলবোৰ মুনিবলৈ ৰাখি শলশলিয়াকৈ কোৱা ?”.

তাই অলপ লাজ অনুভৱ কৰি ক'লে, “মোৰ অভ্যাস হৈ গৈছে মিষ্টাৰ নগৰীয়া। মানে ঘৰত মা-মুনিব, অফিচত দালাল-মুনিব, মানে এই দুই মুনিবৰ বাহিৰে কাৰো সৈতে কথা পাতিব নাপাওঁয়েই। খং নকৰিব দেই, এতিয়াৰ পৰা 'মানে' বোৰ মানে আপোনাৰ সৈতে কথা পাতোতে নক, মানে নকবলৈ চেষ্টা কৰিম। এতিয়া কওঁ শুনক, ম'হৰ শিঙত যে কোকিলাৰ দাঁৰ ধন্তুৱা বুলি কৈছো, তাৰ কাৰণ এই — মানে আজি চাৰি বছৰে মই বহুত দেখিলো, মানে দালাল দেউৰ চাকৰি কৰি ধন ঘটিবলৈ অহা ডেকা, বুজিছে মিঃ নগৰীয়া ? তাৰ ভিতৰত কোনোবাজনে মুনিবৰ গালিত থকাসৰকা হৈ, কোনোবা জনে আকৌ দৰমহাৰ পইচা দান বুলি এৰি, দুই এজনে আকৌ নিজৰ জেপৰপৰা খৰচ কৰিও ৰক্ষা নপৰি তংমং নাপাই পলাই সাৰিছে।

কিন্তু আপুনি দুদিনতে তেখেতক কিবা যাদুমন্ত্র কৰি বশ কৰি ললে। সেই কথাতহে মই··· ”

“এৰাহেঁ।” তাইৰ কথাত বাধা দি মই কলো, “বুজিছা সুন্দৰী, সাপেহে সাপৰ ঠেং দেখে।”

“তাৰমানে ?” তাই সুধিলে।

“নুবুজিলা ?” মই উত্তৰ দিলো, “তাৰমানে তেওঁৰ নামে-কামে যিদৰে দিল দৰিয়া নহয় আৰু তুমি সুন্দৰী বগীও যিদৰে শ্যামা কলী নোহোৱা সেইদৰে এই নাম-গোত্ৰ-হীন নিনাও নগৰীয়াও নকলী বুজিছা ময়ূৰী ? তদুপৰি নেৰিয়া নামেৰে যিজনে মোৰ ওচৰ চাপি মোৰ চপনীয়া গলগ্ৰহ হৈছেহি সিও নেৰিয়া নহয় আৰু তাৰ পিতলৰ গোসাঁয়ো ঈশ্বৰ নহয়। অথচ আটাইমখাই এনেহে মাণিকযোৰহে পানীত পৰা লোণৰ দৰে মিলখাই পৰিছো — যেন সকলোটি বঙহৰ মঙহহে! বুজিছা, তামাম জাল, ফাঁকী, ভণ্ডামী, ঠগামী। আমাৰ কথা এষাৰ আছে নহয়, বোলে ‘যোৰতো যোৰ পাভযোৰ, তয়ো হাড়ীত খাইতী, ময়ো গৰুচোৰ’। এতেকে ম’হৰ শিঙত কোকিলা দাঁৰ নবহিব কেলেই ?”

মোৰ কথাত তাই তবধ লাগিছিল। খানিকমান পৰলৈ মোৰ মুখলৈ একেথিৰে চাই থাকি শেষত ক’লে, “বৰ আ-আচৰিত মানে ব-বৰ ভাল পাইছো। আ-মানে-পুনি মানে মোৰ আপুনি কোনোবা জনমত মানে···”

তাইৰ অৱস্থা দেখি পেটে পেটে হাঁহিলো। কৃতজ্ঞতা উপচি পৰা তাইৰ অন্তৰৰ পৰা কথাবাৰ পোনপতীয়াকৈ উলিয়াব পৰা নাই। তাইৰ কথাৰ মাজতে বাধাদি মই কলো, “আকৌ মানেৰ নৰ্দ্দমাত পৰিলা, ময়ূৰী ?”

ফিচিক্ কৰে হাঁহি তাই ক’লে, “কি কম বুজিছেনে ? কৈছো নহয় ঘৰতো, অফিচতো অতিপাত খঙাল ডুগৰাকীৰ ঠেলাত পৰি মানে··· ”

মই কলো, “মানে যিয়েই নহওক, এইকথা ঠিক যে তুমি মোৰ আগত সহজ-সৰল ভাবে কথা কব পৰা নাই। অৱশ্যে নোৱাৰিবৰেই কথা। কিয়নো দুদিনৰহে চিনাকী, তাৰে ভিতৰতো মাত্ৰ কেমিনিট মানহে কথা হবলৈ পাইছো। হয়নে নহয় ?”

“ওঁহো নহয়,” বুলি উত্তৰ দিয়াৰ লগে লগে তাই আগতকৈ মোৰ গাত বেছিকৈ হেচা মাৰি বহি চমুচা সঙ্কোচ শেষ কৰি ক’লে, “মই কব খুজিছো যে

আপোনাক মোৰ বৰ 'আপোন যেন মানে, আপুনি মোৰ কোনোবা জনমত নিশ্চয় কিবা আছিল মিষ্টাৰ নগৰীয়া।'

মই শান্ত ভাবেৰে কলো, "এৰা, হবও পাৰে কিন্তু কিবা আছিলো যদিও নিশ্চয় হাঁহ-বাদ্ধ্ নে হাঁহ-বেগু তেনে একো নাছিলো দেই।"

তাই থানিকমান সময়লৈ মোৰ মুখলৈ চাই থাকি একোকে নুবুজি সুধিলে, "কিহৰ কথা ক'লে বুজি নাপালোঁ। হা-হ্-বা-দ্ধ, কিবা বাদ্ধে নেকি, তাৰমানে কি ?"

মই উত্তৰ দিলো, "বাদ্ধে হয় নিশ্চয় কিন্তু বা'দ্ধৰ পৰা বিধৰ নহয়, বাদ্ধত পৰা বিধৰহে।"

এইবাৰো তাই চৰ্মজ্বিৰ নোৰাৰ কঁপালখন কোঁচ খুৱাই সুধিলে, "তাৰমানে ?"

"তাৰমানে", গৰ্হীন মাতেৰে মই বুজাই দিলো, "হাঁহিৰে লগোৱা বাদ্ধ বা গাঁঠি অৰ্থাৎ হাঁহিৰ গৰালত সুমাই থৈ যাক পোহমনাব পাৰি সেই নিমাখিত জন্তুকে হাঁহ-বাদ্ধ নাইবা ইংৰাজীতে হাঁস্-বেগু বা·

"ধেৎ" বুলি তাই মোৰ মুখৰ ওচৰতে ৰাখি, অমুকাৰ কথাবোৰ গিলি থকা তাইৰ মেলামুখখন উচাট্ মাৰি ঘূৰালে। তাৰফলত তাইৰ হৰ্চ-টেইল-পেটাৰ্ণৰ চুলি অৰ্থাৎ নেক্ডালে মোৰ সোঁগালত অৰ্তকিতে বাৰুকৈ কোব এটা বহুৱালে। বিধাতাৰ বিধানত নিশ্চয় ভুল নাছিল কিন্তু এই কথা দস্তুৰ মতে দৰিয়াপ কৰিব পাৰি যে বিশ্বকৰ্মা মিস্ত্ৰিয়ে কিবা ভুল কৰি শ্যামাৰ গঢ়ণত কিবা এটা গৰমিল কৰিলে।

মোৰ গালত হাত বুলাই মই সুধিলো, "খংখালা ময়ুৰী ? মোৰ গালত কোবাবলগীয়া অমুকাই কিবা জগৰ লগালো নেকি ?"

তাই লাজ পাই ততালিকে দুয়োহাতে মোৰ হাতখনত ধৰি কাকুতি কৰিলে, ক্ষমা কৰক মিঃ নগৰীয়া। নেদেখাতে লাগিছে। দুখ পালে নেকি ? আয়ৈ দেহি ! আপোনাক মানে খং কৰিম কেলেই ? মই মানে বুজাই কওঁ শুনক···অৰ্থাৎ কোনোবা জনমত মোৰ আপুনি··· "

বাধা দি কলো, "হাছবেও নাছিলো বুলিহে মই কৈছো। কিবা আছিলো যদি 'দাদা, ককাইদেও, নাইবা ল'ৰা-বুঢ়া-কাক কয়-ডালিমী-নাজানে' বিধৰ কিবা এটা আছিলো হবলা।"

তাইৰ মনত সুৰসুৰণি উঠিল হবলা — হাঁহিলে। কিন্তু তাইৰ মুখখালি ওলোৱা হাঁহিটো নেদেখা হৈতেন অমুকাৰ দৰে বহুতৰে ভাব হ'লহেঁতেন যে ওচৰতে কোনোবাই তানপুৰা বজাইছে। কিয়নো ওস্তাদে টিকনি নচুৱাই তানপুৰাৰ তাঁৰত যেতিয়া পূৰা টান মাৰি টিং টিং-টেং টেং আৱাজেৰে তাঁৰত টোৰটোৰাব ধৰে আৰু লগৰ তবলচীয়ে যেতিয়া তেওঁৰ সমান তালত গোঁফ জোকাৰি 'নাক্‌কাট্‌তেৰে-কাণ্‌কাট্‌তেৰে' বোলেৰে গুলজাৰ কৰে — মযুৰপখীৰ হাঁহিৰ আৱাজটোও তেনেকুৱাহে মোৰ কাণত বাজিল।

মুখৰ হাঁহি সামৰি তাই মোৰ কাণৰ কাষত ফুচ্‌ফুচালে, "আপুনি মানে মেণ্টাৰ নগৰীয়া, আপুনি মোক ··সোৱা·· ·" বুলি তাই আঙুলিয়াই ঘৰ এটালৈ দেখুৱাই হঠাতে নিমাতী হৈ পৰিল।

মই কিবা কোৱাৰ আগেয়ে শ্যামাইতৰ নঙলামুখত বিস্ময় ৰ'ল। শ্যামাৰ মাকৰ তৰ্জন-গৰ্জন বিস্মৃত বহি থাকোতেই অমুকাৰ — নামঘোষাৰ ভাষাৰে কবলৈ হলে 'কৰ্ণপথে হিয়াত প্ৰবেশ কৰি,' তিতা-টেঙা-কেঁহা-লুণীয়া-জলা এই আটাইবিধ সোৱাদৰ জুতি উপভোগ কৰাই দিলে। শ্যামাই হলে সেইবোৰলৈ সমূলি কাণ নিদি মোৰ কাণে কাণে ফুচ্‌ফুচাই ক'লে, "আহক মেণ্টাৰ নগৰীয়া, মোৰে শপত, মানে আপুনি নগলে ঘৰৰ মুনিবে মোক আৰু নগুৰ-নাগতি কৰিব। মোৰ কথা এওঁ সমূলি বিশ্বাস নকৰিব··· " বুলি কৈ তাই নামিল।

অগত্যা তাইৰ কথামানি বিস্ময়ালাক বৈ থাকিবলৈ কৈ ময়ো নামি পাৰলো। শ্যামাই মোক টিপ্ দি আগধৰিয়ে গৈ মাকৰ ওচৰ পাই মাকৰ বহু-মুখত কিবা বিশল্যকৰণি প্ৰয়োগ কৰিলে হবলা, মটৰৰ হৰ্ণৰ তাঁৰ হঠাতে ছিগি বেঙা হোৱাৰ দৰে তেওঁৰ নাদনি ততালিকে বন্ধহৈ ঠাইখন নীৰৱ-নিস্তব্ধ হ'ল। তাৰ পাছতে বেহেলাৰ নিচিনা-মিঠা মাত এটা শুনিলো "ঔ আই, কি আঁকৰী অ' এইজনী! দালালদেউৰ মানুহে আগবঢ়াই থৈছেহি যদি ইয়ালৈ মাতি অনা নাই কেলেই? ময়ো চা-চিনাকী হওঁহক। আলহিক পদূলিৰ পৰা ফিৰাই পঠিয়াব পায় আজলী?"

শ্যামাই ততাতৈয়াকৈ আহি মোক মিনতি জনোৱাত মই তাইৰ পাছে পাছে খোজ ললো। মাক ইতিমধ্যে ভিতৰলৈ সোমাই গৈছে। তাই মোক পোট্টিকোৰ ভিতৰেৰে দ্বিতীয়টো কোঠালীলৈ নি তাতে বহিবলৈ দি ভিতৰ সোমাই গ'ল।

মই লক্ষ্য কৰিলো যে, ঘৰটো বেছ আহল-বহল। কোঠালী চাৰিটা। সম্প্ৰতি দুজনী মানুহৰ বাবে দৰকাৰতকৈ অতিৰিক্ত হোৱা বুবুলিলে নিৰুপায়। অৱশ্যে ভৱিষ্যতে যদি শ্যামাই কেতিয়াবা কাৰোবাক বিয়া কৰাই নাকত নাকী লগাই ইয়ালৈ টানি আনে আৰু যদিহে এপাল পোৱালীৰ মাক হয় তেতিয়া হলে অতিৰিক্ত নহব। কিন্তু আচৰিত কথা যে শ্যামাৰ মাকে জীয়েকৰ সামান্য উপাৰ্জনকে লৈ কোনোমতে পেটে ভাতে খাই কষ্ট কৰি থাকিও — বহুত পইচাৱালা লোকে নিজৰ থকা ঘৰৰ আধা ভাড়ালৈ দি ধনৰ সৈতে নানান অশান্তি লাভ কৰাৰ নিচিনা — ধন ঘটিবলৈ চেষ্টা কৰা নাই।

খানিকমান পিছতে শ্যামাৰে সৈতে মাক একেলগে সোমাই আহিল। শ্যামাৰ গাত ময়ুৰপঙ্খী সাজপাৰৰ সলনি সাধাৰণ সাজপাৰে ঠাই পাইছে। আৰু মাকৰ গাত — আগেয়ে পিন্ধাযোৰ দেখা নাছিলো যদিও অমুকাই হলফ কৰি কব পাৰো যে তেৱোঁ আগৰ যোৰ সলাই ঢুকঢুকীয়া বগা এযোৰ পিন্ধি আহিছে।

মোৰ ফালে চাই শ্যামাৰ মাকে তেওঁৰ বগা দাঁতবোৰ পাৰেমানে দেখুৱাই প্ৰথমে আদৰণি হাঁহিৰে সাদৰিলে। তেওঁৰ হাঁহিটো অবিকল 'প্ৰাইজ-বিতৰণ-কৰা হাঁহি', তাৰমানে সেই যে কোনোবাই গাইছিল যে — দাতাৰ দান গ্ৰহীতাই পাব, এওঁ বিতৰণ কৰি বৰমতা হব — অৰ্থাৎ দান বিতৰণ কৰোতে বস্তুৰে সৈতে হাত গ্ৰহীতালৈ আগবঢ়াই মুখ কেমেৰাৰ ফালে ঘূৰাই প'জ লোৱা হাঁহি।

তাৰ পিছত মোৰ মুখত তেওঁৰ নয়নৰ নজৰ বুলাই ক'লে, "বৰ উপকাৰ কৰিলা বোপাই। তোমাৰ কথা এই আজলী জনীয়ে আগেয়ে মোক কোৱাই নাছিল··· "

মই উত্তৰ দিবলৈ বাৰুকৈ বেকাইদাত পৰিলো। কিয়নো এওঁ যি প'জ ধৰি ওলাই, যেনেহে বৈ পৰা লালুৰ দৰে লানি নিছিগাকৈ কোমল মাতৰ সোঁত বোৱাব ধৰিলে, তেনেখলত এওঁক এতিয়া অমুকাই 'শাহুআই' বুলি সম্বোধন কৰিব লাগে নে 'মাহীদেও' বুলিহে মাতিব লাগে সেই বিষয়ে খোকোজা লাগিল। কিয়নো সেইবোৰৰ অভিজ্ঞতাৰ অভাৱত অমুকা একদম আজুৰা। তদুপৰি ইতিমধ্যে মহুৰীয়ে বা কিমান দূৰ কি বহণ লগাই ৰণ-জয় কৰিছে তাকো সোধাৰ উপায় নাই। তাল ঠিক ৰাখিব লাগিলে তুয়োপাতৰ নেগুৰত টানকৈ পাক মাৰি মুখামুখিকৈ বজাব লাগিব, পিঠিয়াপিঠি হলেই বেতাল অৰ্থাৎ তাল কাটিব।

কিবা এটা ফয়ছলা কৰিবলৈ কি তাঁৰবীপাক দিয়া যায় তলমূৰ কৰি তাকেই ভাবিছো।

তেৱেঁই সমস্যাৰ সমাধান কৰি দিলে। মই নিমাতহৈ থকা দেখি ভাবিলে হবলা যে মই লাজ-সাগৰত বুৰ মাৰি নাক লুকুৱাই আছো, তাৰমানে মূৰ দাঙি নাক দেখুৱাব পৰা নাই। দাঁত জিলিকা হাঁহিত মৰম মিহলাই তেওঁ ক'লে, লাজ কৰিবলৈ নো কিয় লাগিছে মইনা, তুমি ল'ৰা মানুহ··· ”

তেওঁৰ কথাৰ খুন্দা খাই খং উঠি মই মনতে ভাবিলো, এওঁ মোক নাবালক বুলিহে ঠাওৰালে নেকি? শ্যামা ময়ূৰীতকৈ মূঠেই দুই ইঞ্চি চাপৰ হলো বুলিয়েই বয়সটোও কুৱাৰ পানীৰ দৰে যতে আৰু ত'তে থাকিব নেকি? ভেদ ভাঙি দিওঁ নেকি যে অমুকাৰ বয়স ডেৰকুৰি হবলৈ দুবছৰহে বাকী আছে? বীৰৰসেৰে জাহিৰ কৰি দিম নেকি, সৰুৱা গছত সৰুতেই যথীনীয়ে বাহ লোৱাৰ দৰে অমুকায়ো এই বয়সতে ক'ত কিমান কি কৰ্ম্ম-কুকৰ্ম্ম-অকৰ্ম্ম-অপকৰ্ম্ম কৰি অভিজ্ঞতাৰে ভৰপক হৈছো?

কিন্তু মোৰ বিদ্যা জাহিৰ কৰাৰ সময় নহল কিয়নো আন এটা ভাবে কাণমূৰ জোকাৰি জাপমাৰি খংটোৰ মূৰত উঠি তাক চেপেটা লগাই থলে। তাৰমানে কেতিয়াবা কৰবাত শুনা বচন এফাকি — মাষ্টৰে ক্লাছত বুজোৱা কৰমূলা বুজি, মূলাৰ চৰ্চৰি খাই হজম কৰাৰ দৰে — হজম কৰি থৈছিলো যদিও সি জীনগৈ লীন হোৱা নাছিল। এতিয়া হঠাতে এওঁৰ হাঁহিটিয়ে শকুন্তলাৰ আঙঠিৰ দৰে অভিজ্ঞান হোৱাত বচন ফাকিয়ে জীৱ পাই পেটৰ ভিতৰতে গোৰগোৰালে — বোলে মাকৰ ভনীয়েক মাহী, দাঁত জিলিকনি হাঁহি···।

আৰু পায় কোনে? অমুকায়ো শ্যামাৰ মাফিক 'মানে'ৰ মালা পিন্ধি কথাৰ পাক দেখুৱালো, “নহয় মাহীদেউ মানে বুজিছে, মাহী মানে দেউ আমাৰ মানে··· ”

বৰষুণৰ পানী বৈ যাবলৈ কাটি দিয়া নলা এটাৰ দৰে, মোৰ কথাবোৰ গলশলিয়াকৈ ওলাবলৈ মোৰ লাজ-ভয় কাটি দি শ্যামাৰ মাকে কথা ওলোৱা বাটটো মোকোলাই দিলে, “এৰা, ঠিক কথা মইনা, মই তোমাৰ মাহীদেৱেৰা হওঁ। এতিয়া আৰু লাজ কৰিবলৈ কিটো আছে, আপোনজনৰ লৈতে কথা পাতিবলৈ লাজ কৰিব নাপায়।”

তেওঁৰ ভাৱ-ভঙ্গী দেখি অমুকাই চমজি গলোঁ যে দৰৱে গুণ দিছে।

তেওঁৰ মুখলৈ চাই সম্মতিৰ হাঁহি মাৰিলোঁ। তাৰ পিছত মমুৰীলৈ লক্ষ্য কৰিলোঁ। তাই ইচ্ছা কৰিয়ে মাকৰ এখোজ পাছত থিয়হৈ আছে যাতে তাৰ পৰাই ইসাৰা দি মোৰ কথাৰ চাবি ঘূৰাই থাকিব পাৰে। চমজ্জিবলৈ বাকী নাথাকিল যে এই চতুৰী শ্যামা সাধাৰণ বিধৰ নহয়। কম কথাতনো দিলদৰিয়া দালালে চফেদ ছোৱালীৰ শ্যামা নাম ৰাখিছেনে? তাই মোৰ মুখলৈ একেথিৰে চাই আৱাজহীন মিচিক-মাচাক হাঁহিৰে মোৰ মনটো মিঠা লগাই আছিল। আনপিনে আকৌ নয়ন ঘূৰিয়ে ভাৰত-নৃত্যম্‌-পাক কেইটামান দিলে। তাৰ ফলত তাইৰ পেটৰ কথা নয়নেৰে ওলাই আহি অমুকাৰ চকুৰে — পুখুৰীৰ পানীত দলিয়াই দিয়া শিলৰ দৰে — প্ৰৱেশ কৰি গৰগৰকৈ তলিলৈ গতি কৰিলে, তাৰমানে অমুকাৰ দিলত খুন্দা খালেগৈ।

কথাৰ ভাও বুজি মই স্বাভাৱিক মাত্তেৰে কলো, 'শুনিছে মাহীদেউ, দালালী প্ৰতিষ্ঠানৰ কাম বহুত বাঢ়িছে। এতিয়া আৰু সময় অসময়ৰ হিচাব ৰাখিবই নোৱাৰা হ'ল দিযক। আজি আকৌ গধূলি পৰত চাৱালভাই জেঠাল মহাজনৰ গাদীলৈ আমি যাব লগীয়াত পৰিছিলোঁ। মই মনিবক কৈছিলোঁ যে ভেৰোনীয়াকৈ গধূলি দুঘণ্টাৰ বাবে চেক্ৰেটৰী এজন লৈ যাওঁ, কাৰণ শ্যামা ঘৰলৈ অহাত পলম হব। কিন্তু তেখেতে মোৰ দিহা নামানি এওঁকহে লগত নিবলৈ স্থিৰ কৰিলে। অভাৰটাইমৰ বাবে বানচ পালে অবশ্যে বেয়া বুলিব নোৱাৰি। (শ্যামাই পোৱা টকাৰ সংখ্যা উল্লেখ নকৰিলোঁ এইবাবে যে, কিজানি তাই তাৰ ভিতৰতে অলপ ইহাত-সিহাত কৰে।) যি নহওক, জানে মাহী মানে দেউ, এতিয়া মানে ৰাতি মানে গধূলি হোৱা দেখি এওঁক ঘৰত আগবঢাই মানে থৈ যোৱাৰ মানে থবলৈ · "

মাহীয়ে 'মানে'ৰ আৱাজ সহিব নোৱাৰিলে চাগে। মোৰ কথাৰ মাজতে সম্বিধান দিলে, "মই জানো মইনা, দালাল দেউ আমাৰ প্ৰতি বৰ দয়ালু। কবলৈ হলে তেখেতৰ যহতে আমি· " বুলি ওলাব খোজা বহুত কথা তললৈ হেচিদি 'হাছাপ' কৰি থৈ ক'লে, "এহ্‌, পাহৰিছো, ৰ'বা বোপাই, তুমি অকমান বহাদেই, মই··· "

অমুকাই চমজ্জিলো যে তেওঁ চাহৰ যোগাৰ কৰিব খুজিছে। গতিকে তেওঁৰ মুখত সোপা দিলোঁ, "ধন্যবাদ মাহীদেউ, এতিয়া মোৰ পলম কৰিবলৈ সময় নাই। ৰাতিপুৱা ঘৰৰপৰা ওলাই অহাৰ পিছত আৰু ঘৰমুৱা হবলৈ পৰাই

নাই। মোৰ বৰ জৰুৰী কাম এটা আছে। আপোনাৰ চাহপানী বাটি মৰমৰ মৌ-সানি গাঁচি থৈ দিয়ক। কেতিয়াবা সময় পালে লৰি আহি খাই যামহি।"

তেওঁ যে মোৰ কথা তাৰিফ কৰিলে তাৰ প্ৰমাণ পালো। তাৰমানে তেওঁৰ আটাইবোৰ বগা দাঁত দেখুৱাই, তাৰ পিছত ক'লে, "কেতিয়াবা কেলেই ? সদায় আহিবা, সদায় চাহ খাই যাবাহি।"

থিয়হৈ মই বিদায় মাগি বৰ ব্যস্ত ভাব দেখুৱাই খৰ কদমত বাহিৰ ওলাই গলো। ৰিক্সত উঠি বহি দেখিলো, তেওঁলোক উভয়ে ওলাই আহি বাহিৰ চোতাল পাইছে। ৰিক্স চলিল।

## দুই

ৰিক্স যেতিয়া মোৰ নওলাত ৰ'লহি তেতিয়া নিশা দহ বাজিছে। কাহানিও চকুৰে দেখা নাই যদিও শুনিছো যে শ্ৰীকৃষ্ণই গৰু চৰাবলৈ গলে হেনো যশোদা মাৱে সদায় নওলা মুৰলৈ ওলাই, উগুল-থুগুল-বিয়াকুল মনেৰে বাটচাই থাকিছিল।

তাৰ প্ৰমাণটো এতিয়া চকুৰ আগতে দেখিলো। অৱশ্যে যশোদা মাৱে নহয়, মোৰ চপনীয়াইহে দেখুৱালে। চপনীয়া, অথাৎ সেই যে দামুৰী হেবোৱা গাইয়ে সাতখন পথাৰ বিচাৰি চলাথ কৰি হাবিৰ মাজত এঠাইত পোৱালী এটা দেখি তাকেই লৈ তাতে বাথান পাতি বৈ থকাৰ দৰে, এই চপনীয়া নেৰিয়াৰামেও হেনো গোটেইখন অসম কাৰ'বাক বিচাৰি ফুৰিছিল। আজি ইমান দিনৰ মূৰত হঠাতে কালি পুৱা মোৰ ঘৰলৈ আহি মোক দেখিয়েই হেনো অতদিনে বিচাৰি ফুৰা তাৰ আপোনজনক পালে। সেই মুহূৰ্ত্তৰ পৰাই সি মোৰ গলগ্ৰহ হৈ পৰিল। অৱশ্যে কাৰ্য্য-ক্ষেত্ৰত হলে মইহে তাৰ গলগ্ৰহ হৈ পৰিলো বুলি প্ৰমাণ পালো।

চপনীয়া শ্ৰীমান নেৰিয়াৰামে মূৰে-কপালে হাত দি মোৰ বিৰহত বিবাগীহৈ বিয়াকুল মনেৰে পদলিমূৰত বহি আছিল। মোক দেখি সি তাৰ মুখৰ হাত আকাশলৈ দাঙি হাতযোৰ কৰি উচ্চাৰণ কৰিলে, "হে মোৰ পিতলৰ গোসাঁই, ৰইখা কৰিলা পৰভু। তুমি হে ঈশ্বৰ দেৱতা, তোমাক আৰু এক নয়া পইচাৰ নৈবেদ দিম পৰভু।"

তাৰ প্ৰাৰ্থনা শুনি কোনোবাই ইচ্ছা কৰিলে হাঁহিবও পাৰে কিন্তু অমুকাৰ হলে ভিতৰখন, সেমেকি যোৱা 'পাপৰ ভঁৰাল'ৰ দৰে তেনেই লেউসেউ হৈ পৰিল। কোনোবা কবিয়ে ক'ৰবাত লিখা কথা এষাৰ হঠাতে মনত পৰিল, 'তুমি পিতা তুমি মাতা, তুমি বন্ধু তুমি ভ্ৰাতা……'। সি চপনীয়াহে চপাৰ সময়ত কালি কোৱা বচন-ফাকি এতিয়াহে বাক্যকৈ চমজিব পাৰিলো যে — সি মোৰ, মই তাৰ।

সিয়েই প্ৰথমে মাত লগালে, "উস্ পৰভু! আহিলে দেউ? মোৰ ককাইদেউ, মোমাইদেউ, মোৰ জীউলাউ·· ? মই যিহে চিন্তাত পৰি মোৰ পিতলৰ পৰভুক বাৰে বাৰে মোৰ মূৰৰ চুলি ছিঙি তুতি কৰিছিলো — কিজানি ক'ৰবাত কিবা অথন্তৰেই হ'ল — ৰইখা পৰিলো দেউ।"

মোৰ ভিতৰত থকা শুকান খালটো যেন তাৰ কথাই ৰিফ্ৰেজিটৰত ৰখা সুমথিৰাৰ চৰপং আনি গেলনে গেলনে ঢালি কাণ সমানে ওপচাই পেলালে। পুহমহীয়া জাৰত মূৰত চেঁচা পানী ঢলাৰ দৰে — অমুকাৰ মূৰৰপৰা ভৰিলৈ শীতলহৈ শিয়ৰি গ'ল। কবিসকলে ইয়াকেই প্ৰেমৰস কয় নে বাৎসল্য-ৰসকে বোলে অমুকাৰ মালুম নহল।

ৰিক্সৱালাক ডেৰটকা ভাড়াৰ সৈতে বক্চিশ্ আঠঅনা যোগ কৰি দি নেৰিয়াৰামৰ ডিঙিত সাৱটি ধৰি "আহ বাচা," বুলি তাৰে সৈতে নেৰিয়ানেৰিকৈ চিধাই ভিতৰ বাৰাণ্ডা পালোগৈ।

"হেৰ নেৰিয়া, ভাই," মই সুধিলো, "তইনো একদম বৰাগীহে পদূলি মুখত কেলেই বহি আছিলিগৈ?"

"আকৌ সুধিছেনে দেউ?" সি ভিজা মাতেৰে উত্তৰ দিলে, "দিনৰ দিনটো দেখাদেখি নাই. মোৰ যিহে উগুল-থুগুল। কি হ'ল কি নহল, উস্ মোৰ পৰভু, মোৰ জানো চিন্তা নালাগে দেওতা? এই হেৰিয়াৰ পো নেৰিয়াৰামক জানো পিতলৰ গোসাঁয়ে দিল বোলা বস্তুটো দিয়া নাই ককাইদেও? ঘৰৰ ভিতৰত শান্তিৰে বহি থাকিব পাৰো জানো? আৰু খানিকমান পলম হোৱা হলে ঘৰ-চৰ এৰিথৈ মই বিচাৰি নগলোহেঁতেন জানো, মোমাইদেও?"

এইবাৰ দেখিলো সঁচাকৈয়ে তাৰ চকুত দুটোপাল পানী। এৰা, সি মোৰ, মই তাৰ — আৰু কোনো কতো নাই, এই কথা মনে প্ৰাণে উপলব্ধি কৰিলো।

"হেৰ' বোপা," মই তাৰ মূৰত হাত বুলাই দি কলো, "মই কেচুৱা হ'বা

নহয় অ' আৰু গুৱাহাটী হেন নগৰত মোক কোনেও, সেই যে আইনজ্ঞ জনৰ — যাক ঘৈণীয়েক হঁতে ঔকীল বুলি মাতে — বাপেকে বাটৰপৰা চুব কৰিনি ভিতৰতে বান্ধি ৰখা গাইজনীৰ দৰে বান্ধি থবও নোৱাৰে। এতেকে· ”

তাৰ চকুদুটা দুয়োহাতেৰে মচি মোৰ কথাত বাধাদি ক'লে, "সেই কথানো কোনে ভাবিছে ? আমি তেনেকৈ ভবা নাই দিয়ক দেউ। ইমানবোৰ মটৰ-চটৰে বা এই ঠাইখনত দিনে কিমান জনক সিপৰীয়া কৰিব লাগিছে··· ”

এতিয়াহে অমুকাই তং কৰিলো তাৰ ভয়ৰ কাৰণটো কি ? তাক অভয় দি কলো, "ভয় নাই অ' বাচা। কওঁ শুন, দুদিনৰ মূৰে মূৰে কেতিয়াবা কিবা পালে মুখত দি নাপালে কলৰ পানী খাই থাকিও যেতিয়া নমৰিলো, এতিয়ানো মোৰ ভাই নেৰিয়াক লগ পোৱাৰ পিছত কেলেই মৰিম অ' ? কালি তই মোৰ গ্ৰহহে মানে শুভগ্ৰহ হৈ পালিহি নহয় আৰু মইহে তোৰ গলগ্ৰহ হৈ পৰিলো। তই নিজৰ পইচাৰে ব্ৰেকফাষ্ট কৰাইছিলি, তোৰ যহত চাকৰিও পালো। তই যদি ৰুটিটো মেৰাই ফটাকাকতখিলা নানিলি হয় তেন্তে কৰ চাকৰিটো পালোহেঁতেন ? পিছে, এতিয়া কথা হ'ল কি কওঁ শুন — আমাৰ মুনিবৰ কাম কেতিয়াবা কম, কেতিয়াবা বহুত। আকৌ কেতিয়াবা হেনো সমূলি নাথাকেও। আজি প্ৰথম দিনাই কাম বেছি আছিল, বুজিছ বাচা ? মালিকৰ কামত তো ফাকি দিব নোৱাৰো।"

"ঐ আই।" সি ক'লে, "ফাকি দিব কেলেই মোমাইদেও ? কামত ফাকি দিলে মোৰ পিতলৰ পৰভুৱে কি বুলিব ? শাওপাত নিদিবনে ? ওঁহো, তেনে কথা হব নোৱাৰে। লাগিলে আপোনাৰ গোলাম এই হেবিয়াৰ পো নেৰিয়াইও আপোনাক সহায় কৰিম দেউতা। গৰাকীৰ লাভ কৰি দিব পাৰিলে তেওঁৰো হব, আমাৰো হব।"

তাৰ টনটনীয়া কৰ্ত্তব্য-জ্ঞান দেখি কোনোবা মাষ্টৰে স্কুলত কেতিয়াবা বকৃ বকৃ কৰা বচন এটা মনত পৰিল — 'বোলে, বিদ্যাই কি কাম কৰে, জ্ঞানেহে সংসাৰ তৰে।' তেতিয়া অৱশ্যে মোৰ নিচিনা দগাবাজ মোৰ সকলো ক্লাছমেটেও ভাবিছিল যে নিচলা স্যাৰে বেবাইছে। আজিহে সেই বচনটোৰ আচল অৰ্থ ইয়াদ হ'ল। নিমাখিত নেৰিয়াৰ বিদ্যা নাই যদিও জ্ঞান আছে।

মোৰ জেপৰপৰা চিগাৰেট উলিয়াই এটা তাক দি নিজেও এটা জলাই লৈ তেতিয়াহে জেপৰপৰা দিলদৰিয়াই দিয়া দহটকীয়া নোট দহখন উলিয়াই

নেৰিয়াৰ হাতত দি কলো, "হো, ল' নেৰিয়াভাই, আজিৰ দৰমহাৰ উপৰিও এয়া মোৰ আজিৰ কামৰ পুৰস্কাৰ , কালিলৈ আকৌ ভূশ বিশ··· "

শেষলৈ শুনিবলৈ তাৰ ধৈৰ্য্য নাথাকিল। নোটৰ মুঠাটো সি প্ৰথমে কপালত লগাই তাৰ পিছতে মুখতলৈ বিকত চিঞৰ লগালে, "ঔ মোৰ পিতলৰ গোসাঁই ঔ! তুমিনো কত শুই আছা এবাৰ চকু মেলি চোৱা প্ৰভু··· ইমান গাল ধন এই হেৰিয়াৰ পো নেৰিয়াৰ হাতত কেতিয়াও তুমি দিয়া নাছিলা। এতিয়া মই কি কৰো, কলৈ যাওঁ··· ?"

সি নোটৰ মুঠাটো সেইদৰেই মুখত ৰাখি পগলাৰ দৰে নাচিবলৈ ধৰিলে। তাৰ পিছত এবাৰ মোৰ চাৰিওফালে ঘূৰি লৈ গোটেই বাৰাণ্ডাখনত ইমুৰ-সিমুৰলৈ নাচি নাচি শেষত কোঠাত সোমাল। তেতিয়াহে ময়ো তাৰ পাছে পাছে কোঠাত সোমালো। মোক তাতে বহুৱাই থৈ নোটৰ মুঠাটো কাষলতিৰ তলত লৈ সি পাকঘৰলৈ লৰ মাৰিলে।

অলপ পিছতে সি আকৌ লৰি সোমাই আহিল। এইবাৰ তাৰ হাতত থাল এখনৰ ওপৰত যতনেৰে সৈতে নৈবেদ্য কৰি সজোৱা ভুপৰীয়া মই তাক দি থৈ যোৱা মিঠাইবোৰৰ লগতে এতিয়াই দিয়া নোটবোৰো, আগৰ নৈবেদ্যৰ সৈতে তাৰ পিতলৰ গোসাইক উচৰ্গা কৰি প্ৰসাদ লৈ আহিছে বুলি মালুম হ'ল।

মই আচৰিত হৈ ক'লো, "হেৰ বাছা, এইবোৰ তই নাখাই এতিয়ালৈ সাঁচি থৈছ কেলেই ? অথনি তোক খাবলৈ কৈ গৈছিলো নে নাই ?"

সি মৰমৰ মাতেৰে মাত লগালে, "আপোনাক নিদিয়াকৈ আগধৰি খাবলৈ মোৰ পিতলৰ গোসাঁয়ে বুধি নিদিযক দেউতা। আকৌ অমুকাই নোখোৱাকৈ থকা নাই দিয়ক, অপুনি ভাবিব নালাগে। কি হৈছিল জানে ককাইদেউ, আপুনি ভুপৰীয়া মটৰেৰে আহি পাক মাৰি যোৱাৰ পিছত, ময়ো জানো ভইব-গইব বৰলোক হোৱা নাই ? সৌ ছিয়াৰামখেৰা হনুমান থিয়ৈ মহাজনে আপুনি পাছ দিয়াৰ পাছতে মোক খেৰাই পেৰাই তলব দি নিছিল নহয় দেউ। জানে ককাইদেও, খেৰা মহাজনে বহুত সুধিলে-পুছিলে আৰু ময়ো বাপেকে ফুটনিতে বহুত বেঙেনা ভাজি খুৱালো। ··তাৰ পিছত, জানে দেউ, বপুৰাই হাতীৰ-কাণ-মাৰ্কা পেৰেথাৰে অমুকাক চাহ-জলপান খুৱাই পঠিয়ালে নহয়।"

আচৰিত এই ছিয়াৰাম খাৰা মহাজন ; ছেগ পালেই মূৰত আৰু বেগতিক দেখিলেই ভৰিত। কালিও নেৰিয়াই আকাশত নেজ লগাই দেখুৱাই হাইজাম্প মাৰি ছিয়াৰাম খাৰা হনুমান থিয়ৰ মূৰৰ ওপৰেৰেহে যেন পাৰহৈ আহিছিল। নেৰিয়াৰ ফুটনিৰ ফুটুকাৰ ফেন আটাইবোৰ গিলাৰ পিছৰপৰা মোৰ সম্পৰ্কে খাৰাৰ ধাৰণা সমূলি সলনি হৈ পৰিছিল। তাতে আকৌ আজি দুপৰীয়া মই মটৰেৰে অহা-যোৱা-ৰূপী আচৰিত কাণ্ডটো দেখি নিশ্চয় সি নিজকে নিজে বেকুব বনি গৈছিল। এতেকে নেৰিয়াই ফুটনিত ভঁজা তামাম বেঙেনা নিগিলি তাৰ উপায় ক'ত ? অথচ পৰহিও আলিবাটেৰে তাৰ সমুখেৰে যোৱাৰ সময়ত অমুকাই তাৰ দেনাৰ ভয়ত খাৰা মহাজনৰ নেউলৰ দৰে দাঙি থকা মুখলৈ চাব নোৱাৰি সাপৰ দৰে ফনা নমাই তলমূৰকৈ গৈছিলো। আজি দুদিনতে হনুমান মহাজনে নেৰিয়াই আকাশত পতা চাঙত উঠি, অমুকাৰ দেন্দাৰৰ দৰে নেৰিয়াক চাটু কৰিবলৈ আৰম্ভ কৰিছে। বিচিত্ৰময় এই জগত।

নেৰিয়াৰ হাতৰ খাদ্যবোৰ দুয়োজনে অলপ জুতি চাই বাকীখিনি পুৱাৰ ব্ৰেকফাষ্টলৈ মজুত ৰখা হ'ল। তাৰ পিছত ভাত খোৱাৰ পালা। ভাতৰ পাতত বহিয়েই যি দেখিলো, তাৰ ফলত অমুকাৰ উভয় চকুই, নতুনকৈ হালত জোৰা গৰুই এৰাদি পলাব খোজাৰ দৰে, ওলাই লৰ মাৰিব খুজিলে। অথনি মোৰ মুনিব হতশ্ৰীহতী দালালে উপাসনা কৰা দৰে মোৰ আটাহ পাৰি মাতিবলৈ ইচ্ছা হ'ল— 'হে লখিমী আইৰ কেঁচু, মোক মালাইবৰফ কৰা'। কিয়নো আজি কেবা বছৰো ধৰি যিবোৰ খাদ্য খামহে নালাগে তাৰ নাম পৰ্য্যন্ত সপোনতো ভাবিবলৈ পাহৰি গৈছিলো, তেনেকুৱা বোৰৰ খুচৰই নাকেৰে সোমোৱাত আকৌ সমুখতে পাতত দেখাত অমুকাৰ সাত-শিয়ালৰ-বুদ্ধিয়েও নেজ কোঁচাই ৰসাতললৈ লৰমাৰিলে। হতবাকহে থৰ লাগি বৈ থাকিলো।

মোৰ বিস্ময় অৱস্থা দেখি মোৰ গলগ্ৰহে কোমল মাতেৰে কবলৈ ধৰিলে, "কি কৰিম দেউ, ফালেঙীটো আহি দুটা চিকন্ দি থৈ গ'ল। মাহৰ মূৰতহে দাম নিব হেনো। ইপিনে খেৰা মহাজনে ভাল জহা চাউল আৰু ঘিউৰ নমুনা পঠিয়াইছিল। আটাইবোৰ বস্তু হাতত পৰি মোৰ হাতৰ পিৰ্ পিৰনি উঠিলেই আৰু। আমাৰ চাহাব ডেনেহী মিষ্টাৰে কেলীয়া-কেইটলেট আৰু ফোলাউ খাবলৈ বৰ ভাল পাইছিল। সেই কথা মনত পৰি……অকমান চেষ্টা কৰি চাওকচোন যোমাইদেউ, আপোনাৰ মুখত বা কচেনে, হুকচে…… "

তাৰ কচেনে মুকচে প্ৰশ্নৰ উত্তৰ কথাৰে নিদি কামেৰে দিব ধৰিলো। তাৰ মানে, সেই যে খোৱাৰ-ৰখীয়া এজনে গৰুক খুৱাবলৈ দিয়া খেৰবোৰ নিজে খাবলৈ ৰাখি, পোৱাৰত পৰা গৰুক পুৰা তিনি দিনলৈ শুকাই ৰখাৰ পিছত গৰুৰ গৰাকীয়ে অভিমানা আৰু খেৰৰ দাম ভৰি গৰু ঘৰলৈ আনি দানাৰ থালি সমুখত দিলে সি যিদৰে গিলিব ধৰে, অমুকাৰো অবিকল সেই অৱস্থায়েই হ'ল। তাৰমানে — গো-গ্ৰাসে গিলিবলৈ লাগি গলো……।

এৰা, তেনেহী চাহাবক অমুকাই বাপ-জনমতো দৰ্শন পোৱা নাই যদিও তেৰাৰ কচি তাৰিফ কৰিবলগীয়া আকৌ তাতোকৈ চৰা, মানে ধন্যবাদৰ গঙ্গাত গা ধুৱাই দিবলগীয়া এই বাবুৰ্চিৰ ৰুচিৰে সৈতে হাতৰশৰ কেৰামতি। দেখাত জলছ হলে কি হব, বাবুৰ্চি কামত কোনো হেৰিয়াই এই নেৰিয়াক চেৰাব নোৱাৰে বুলি অমুকাই হলফ কৰি কব পাৰো। তথাপি, সৰ্ব্বগুণাৱলিজাৰিত মকৰধ্বজৰ দৰে গুণমন্ত, এনেহেন নেৰিয়াৰামৰ নচিব মন্দ যে ফুটবলহে সদৌ অসম বাগৰি ফুৰাতো কোনেও তাৰ গুণৰ কদৰ নকৰিলে। আকৌ অমুকাৰ এনেহে ফটাকঁপাল যে সি তামাম সৌভাগ্যৰ সোণৰ সোলেং ভাৰ বান্ধি আনি মোৰেই গলগ্ৰহ-ৰূপে চাপিলহি। ইয়াকেই কয় হবলা যে 'লখিমীৰ পূৰ্ণ-দৃষ্টি হলে শকুনিয়ে বতিয়ায়'।

সি সুধিলে, "কেনে হৈছে দেউ, জিভাত ৰুচিছেনে?"

"আকৌ সুধিছনে বাচা?" মই উত্তৰ দিলো, "বেছি দামী ৰেষ্টোৰাঁতো এনে খানা বান্ধিব নোৱাৰে বুলি মই হলফ কৰি কব পাৰো। দুখৰ কথা যে এনে খানা খায়ো তোৰ মোল ডেনেহী চাহাবে নুবুজিলে।"

সি যুৰ জোকাৰি ক'লে, "নহয় দেউতা, বুজিছিল দিয়ক। চাহাবে মোক বৰ মৰম কৰিছিল। তেৰাই সদাই মোক, ডেস্ফুল, গুড্‌বোয়, ওলচন্ আদি নানান মাতেৰে মাতিছিল আকৌ মোক লোন্দনলৈ নিব বুলিও কৈছিল। পিছে দেউ, মইহে ভাবিলো যে চাহাব চাহাবেই, তেওঁ তো আৰু কোনোকালে মোৰ আপোনজন হব নোৱাৰে। সেই কথা জানি বুজি মইহে তেওঁক পৰিহাৰ কৰি আহিছো। কালি আপোনাক কৈছিলো নহয় ককাইদেউ, সত্ৰৰ গোসাঁইকো মই পৰিহাৰ কৰি অহা বুলি।"

এৰা কৈছিলে হয়। সি কালি বৰ্ণোৱা তাৰ জীৱনৰ দীঘল কাহিনীটো মোৰ মনত পৰিল। তাৰ সকলো কথা সৰল ভাবেৰে কালি বিশ্বাস কৰিব

নোৱাৰি তাক মোৰ মনত এটা চপনীয়া বুলি ভবা আৰু প্ৰকাশ্যে তাক গলগ্ৰহ আখ্যা দিছিলো বাবে নিজৰ মনতে লাজ পালো। কৃতজ্ঞ, চিত্তেৰে মই কলো, "পিছে বাচা, তোক কালি গলগ্ৰহ বুলি কৈ এতিয়া দেখোন মইহে তোৰ ভাল গলগ্ৰহটো হৈ পৰিলো। এই চা, তোৰ ঘৰতে কালিৰ পৰা নোপোৱা পালো, নেদেখা দেখিলো, শুশুনা শুনিলো আৰু নোখোৱা খালো। কবলৈ হলে মোৰ যেন আঁউসীতে জোন উঠি······ "

সি দুয়ো কাণত তাৰ আঙুলিৰে সোপা দি মোৰ কথাৰ মাজতে বাধা দিলে, "নকব মোৰ ককাইদেউ, মোমাইদেউ, মোৰ জীউলাউ — নকব। এনে বোৰ কথা শুনিলে মোৰ কাণ টঙটঙাই যায়। জানে দেউ? বোলে 'পানীৰ তলত আছো কেঁকোৰা বণ্ডা, কলৈ যাৱ তই গিৰি কণা, ধাৰ-ধুপাৰকৈ খা তই, একে মৰাণতে শুজি দিম মই'। এই চব যি হৈছে চব আপোনাৰ নামৰ বাবেই হৈছে ককাইদেউ। আপুনি বুজাই নাছিল ; আপোনাৰ নামেই চব সাফল কৰি দিছে।

মই দুখ মনেৰে কলো, "বুজা নাছিলো, এতিয়াও বুজা নাই আৰু আগলৈও সুবুজিম অ' নেৰিয়া ভাই। মোৰ নামে কৰা হলে আজি মই নাম তল কৰি নিনাও নগৰীয়া হব লাগিল হেঁতেন নে? যি হৈছে তোৰ মুখ-যশৰ পৰাহে হৈছে। এতিয়া কওঁ শুন বাচা, তোক সকলো খবৰ কোৱা হোৱা নাই।" বুলি অথনি মই তাৰ ওচৰত বুদ্ধি শিকি যোৱাৰ পিছৰ পৰা হতশ্ৰীহতী দালালৰ চাৰি হাজাৰ লোকচানৰ ঠাইত ওলোটাকৈ আঠ হাজাৰ টকা লাভ কৰি দিয়াৰ সকলো কাহিনী বৰ্ণাই উঠি শেষত কলো, "পিছে, ইমানবোৰ টকা পায়ো তাৰবাবে মুনিবে মোক মুঠেই তিনিশ কুৰি টকাহে পুৰস্কাৰ দিলে, মানে আজিৰ এশ বাদে আৰু দুশ বিশ দিব বুলি কৈছে ··· "

মোৰ কথা শুনি থাবলৈ এৰি সি "ঐ মোৰ পিতলৰ গোঁসাই ঐ···" বুলি চুৱা হাতেৰে সৈতে জাপ মাৰি পিয়ঁহৈ নাচিবলৈ আৰম্ভ কৰি বকিবলৈ ধৰিলে, "হে পৰভু, মই নমবাইহে ভাল। তুমি পিতলৰ গোঁসাইহে মোৰ আচল ইছৰ পৰভু। এই মই হেৰিয়াৰ পো নেৰিয়াই সাত-সইত কৰি শপত খালো পৰভু, এই অধম নমবো মানে তোমাৰ নিকিনা নোকৰহৈ থাকিম।" তাৰ পিছত আকৌ বহি আধাখোৱা ভাত খাবলৈ আৰম্ভ কৰি ক'লে, "কওঁকচোন দেউ, এই শুভখেনত আপুনি দুখ কৰিছে কেলেই ? মই হলে পিতলৰ গোঁসাইৰ

পাছত্তে দালালনী বাবকো সাতোটা সেৱা জনাইছো। শুনক ককাইদেউ, তেৰাই যি দান দিছে সি আমি দুজনৰ পক্ষে বেছিহে হৈছে। এই বেপাৰত আমাৰ মূলধন ন অনা পইচা আৰু তাৰে পাঁচ অনা এতিয়াও হাততে আছে নহয়। এতিয়া লাভৰ ফালে কওঁ শুনক দেউ, আপোনাৰ আজিৰ হাজিৰা ছশ তিনিকুৰি ছয় নয়া পইচা। আকৌ ফাওতে পোৱা তিনিশ কুৰি টকা। হে পৰভু ইমান গাল ধন আমিনো কি কৰো, ক'ত ৰাখো? শুনিছে ককাইদেউ, কালিলৈ আপোনাক আমাৰ চাহাব ডেনেহী মিষ্টাৰৰ দৰে ডেছ কিনি দিম আৰু ময়ো এতিয়া লং-পেন পিন্ধিম বাপেকে, তাকে দেখি ছিয়াৰাম খেৰা মহাজনৰ চকু খেৰা হওক······ ”

'এৰা' মই ভাবিলো, নেৰিয়াৰামৰ নজীৰক নিচাটু কৰিব নোৱাৰি। পালেই বা মোৰ মুনিব দিলদৰিয়া দালালে, মোৰ যহত, ফাওতে আঠ হাজাৰ টকা; তাৰবাবে তেওঁ মোক এক নয়া পইচাও পুৰস্কাৰ দিবলৈ বাধ্য নহয়। কিয়নো তেওঁ মুনিব, মই তাবেদাৰ। তেওঁ মোক দিন হাজিৰাত তিনিশ তেত্ৰিশ নয়ে পইচেকৈ কালি মকৰৰ কৰি আজি আকৌ তাৰে ডবল তাৰমানে ছশ ছয়ষষ্ঠি নয়ে পইচে কৰি তেওঁৰ দৰদৰ নমুনা দেখুৱাইছে। তেনে থলত মোৰ কৰ্ত্তব্য কেৱল তেওঁৰ আদেশ পালন কৰি দিন হাজিৰা লোৱা। তেওঁৰ লাভ দেখি মই লোভ কৰাৰ কোনো যুক্তিয়েই নাই। তদুপৰি দুদিনত, পালে এসাজকৈ খাই, নাপালে ভোকত কলমলাই থকা পেটৰ পুখুৰীটো কলৰ পানীৰে পূৰাই থৈ, ব্লেডৰ অভাৱত ডাড়ি খুৰাব এৰি ডেকা-বৰাগীৰ চাইনব'ৰ্ড গালে-মুখে লগাইলৈ গাৰ দুৰ্গন্ধত বাটে-ঘাটে মানুহৰ মনত বিৰকতি উপজোৱা, দিনটোত এটা নয়া পইচা ঘটিবলৈ খুম্ নোহোৱা, মোৰ নিচিনা নামতল কৰি নাম গোত্ৰহীন হোৱা ধতুৰা এজনক তেওঁ চিধাই মাটিৰ পৰা নি পাটীত বহুৱাই দিনে ছশ ছয়ষষ্ঠিৰ বিমানত তুলি যি মেহেৰবানীৰ চকমকনি দেখুৱালে ইয়াক নো হতশ্ৰীমতী দিলদৰিয়াৰ মহতী দিলৰ দয়াৰ ফেনেফোটোকাৰে বৈ যোৱা মহানদী দুবুলি কি বুলিম?

---

## তিনি

তাৰ পিছদিনা। দহ বজাৰ কেমিনিটমান আগেয়ে দালালী প্ৰতিষ্ঠানৰ অফিচৰ পৰ্দ্দা ঠেলি ভিতৰত সোমাব ধৰোতে দেখিলো যে শ্যামাই দুৱাৰলৈ চাই দাঙি থকা যুৱটো তৎক্ষণাত চপৰাই তাইৰ সমুখত মেলি থোৱা খাতাৰ এবেগেত মান ওপৰলৈ নি বৰ মনোযোগ দিয়া ভাও জুৰিলে। মোৰ মুখখন মই ইচ্ছা কৰিয়ে পৰ্দ্দাৰ বাহিৰত ৰাখি তাইক কেৱল মোৰ গাটোহে দেখুৱাইছিলো। তাতে আকৌ কালি পিন্ধি অহা (মানে নেৰিয়াৰামে ধোবাৰ পৰা ধাৰে অনা) কোটটো আজি পিন্ধি নাহি তাৰ ঠাইত মোৰ পুৰণি চোৱেটাৰটো পিন্ধি আহিছিলো। সেইবাবে নিশ্চয় তাই মোক চিনিব নোৱাৰি আন গ্ৰাহক বুলি ভাবি, আগধৰি মুনিবে আদেশ দি থোৱা মতে বৰ ব্যস্ততাৰ ভাও জুৰিলে।

অমুকায়ো অপৰিচিত নতুন গ্ৰাহকে খোজ দিয়াৰ দৰে লাহে লাহে খোজ দি তাইৰ টেবিলৰ ওচৰ পালোগৈমানে তাইৰ মিছা মনোযোগৰ মাত্ৰাও বাঢ়িল। পিছে, মই লক্ষ্য কৰি বুজিলো যে তাইৰ চকুৰ নজৰ খাতালৈ নগৈ চশমাৰ ওপৰেৰে মোৰ গাৰ মাজভাগতহে পৰিছে। অমুকাই থিয়েটাৰত ফিমেল পাৰ্ট কৰাৰ দৰে মাতটো নাৰী-সুৰিয়াকৈ সুধিলো, "দালাল আছেনে?"

শ্যামাই মূৰটো সমূলি নাদাঙি তাইৰ হাতৰ কলমটোৰে দালালৰ কোঠাৰ পৰ্দ্দালৈ পোন কৰি দেখুৱাই মুখেৰে মই শুনা-নুশুনাকৈ উচ্চাৰণ কৰিলে, "তাতে পাব।"

মই তাইৰ মুখামুখিকৈ থকা চকীখনত বহি লৈ চিগাৰেট এটা জ্বলাই এহোপা মাৰি ধোঁৱাবোৰ তাইৰ খাতাৰ ওপৰলৈ ফুঁৱাই পঠিয়ালো। তাইৰ খংটোৱে বঢ়া পৰি উঠিল বুলি বাৰুকৈ গম পালো। তথাপি মূৰ নুতুলি আকৌ কলমটোৰে নিৰ্দ্দেশ দিলে, "যাওক।"

মই আকৌ এহোপা মাৰি এইবাৰ ধোঁৱাবোৰ তাইৰ চশ্‌মা ভেদি নাকত সোমোৱাকৈ পঠিয়াই দিলো। তাই কৈট ধৰি উঠি, "কি অসভ্য!" বুলি চকু থিয় কৰি মোৰ মুখলৈ চাই হঠাতে মুখৰ ভাব সলনি কৰি ধুনীয়া চকুযোৰ ডাঙৰকৈ মেলি "উ-ৱা-আ!" বুলি উচ্চাৰণ কৰি মুখখন জপাবকে পাহৰি গ'ল।

"এৰা," মই কলো, "পিছে, মই দেখোন টেঙাৰ আঞ্জা খাই অহা নাছিলো। তথাপি মোৰ মুখখন বা কেনেকৈ তোমাৰ টেঙা লাগিল...... "

তাই মোৰ কথা শেষ হোৱাৰ আগেয়ে হাতযোৰ কৰি কাকুতি কৰিলে, "উস্ ৰাম, মানে মোৰ ভুল হৈছিল। মোক দয়া কৰি ক্ষমা কৰক মিঃ নগৰীয়া। আ-মানে আপুনি মানে আপুনি, উস্ ৰাম, মানে মই......"

"হৈছে হৈছে" মই কলো, "বোলো হেৰা মানেকুঁৱৰী, তোমাৰ মানেৰ পাহাৰখন মুনিবলৈ সাঁচি থোৱা। নিনাও ভূতক দেখি চক্ খালা যদি মই মায়ঙৰ মন্ত্ৰেৰে জাৰি দিওঁ ৰবা — থু্ই থু্ই, মৰ ভূত মৰ, হু-হুঙ্কাৰ-ছাৰি-যা-লঙ্কাৰ পাৰ...... "

তাইৰ ৰবকৈ হাঁহি উঠাত মুনিবৰ ভয়ত হাঁহিব নোৱাৰি ততালিকে চাদ্দৰৰ আঁচলটো মুখত সোপা দি হেঁচি ধৰি হাঁহিব বেগটো বাধা দিবলৈ চেষ্টা কৰিলে। তাৰ ফলত, জানৰ মুখেৰে ভৰা নৈৰ সোঁত ফেনেফোটোকাৰে বাগৰি যোৱাৰ দৰে তাইৰ দীঘল নাকৰ ফুটাৰে, বন্দুকৰ গুলি দীঘল নলীটোৰে ওলাই যোৱাৰ দৰে ওলাই অমৃকাৰ নাকে-মুখে পৰিলহি। মোৰ ভাগ্য ভাল যে ময়ুৰপঙ্খীৰ বন্দুকৰ নলীত চাৰাগুলি নাছিল। তথাপি তাইৰ হাঁহিৰ গুলিবোৰ নাকৰ ভিতৰতে গলি পানীহৈ তাৰে কেইটামান পানীৰ গুলি মোৰ নাকে মুখে পৰিলহি। মুখত পৰাবোৰ টেষ্ট কৰি বুজিলো যে সিবোৰ বেছ মিঠা, তাৰ সৈতে অকমান লুণীয়া ৰসো আছে — সোৱাদটো যেন সেই ছানাৰ গোলাবোৰ ৰসময় গেৰেলা-পেটা-গণ্ডাটোপ অৰ্থাৎ সাধু ভাষাৰে কবলৈ হলে ৰসগোলা কৰাৰ সময়ত এসেৰ চেনি-ৰসৰ লগত আঢ়ৈ ছটাক কলাখাৰ মিলাই দিলে যিদৰে মিঠা-খাৰুৱা জুতি লাগিব, আমাৰ হাঁহিৰ সোৱাদো তেনেকুৱা উপাদেয়। (কোনোবা গৱেষকৰ কামত লগা যেন ভাবিলে অনুপাতটো বিনা-চৰ্ত্তে নকল কৰি ৰাখিব পাৰে।)

অপৰাধ কৰি উকমুকনি লাগি ময়ুৰীয়ে কিজানি কালি কিনি দিয়া ফেন্সী-ৰুমালৰ কথা পাহৰিয়ে গ'ল; অথবা হয়তো এনেও হব পাৰে যে সুখে-দুখে, ৰঙে-ধঙে, আহাৰে-বিহাৰে, আৰামে-ভাগৰে, ভোকে-আভোকে, উৱাহে-পিয়াহে হোকা-চিলিম হোপাৰ লেখিয়াকৈ আধুনিক হোকাচিলিম তাৰমানে পেনিচিলিনকে ধন্বন্তৰি ৰূপে যিদৰে সৰ্ব্বৰোগত বেজী বহুৱায় সেইদৰে সকলো-সঙ্কট-মোচনৰ আহিলা আৰু অৱস্থাভেদে ন-ন-ব্যৱস্থাৰে ব্যৱহাৰ কৰি

মেজিকৰ মজা দেখুৱাব পৰা বহুগুণী চাদৰৰ আঁচলটোকে গুকুলা জ্বামাই মোৰ অশুদ্ধ মুখ বিশুদ্ধ কৰাৰ পৰম পবিত্র আহিলা বুলি সাব্যস্ত কৰিলে হবলা। ততালিকে তাই চাদৰৰ আঁচলটোৰে অমুকাৰ তাম্ৰাম গাল-মুখ আলফুলকৈ মচি বিশুদ্ধ বা পবিত্র কৰি দিলে।

তাৰ পিছত দালানৰ কোঠাৰ দুৱাৰৰ পৰ্দ্দালৈ ভয়ে ভয়ে এবাৰ চাই মোলৈ হাতযোৰ কৰিলে। মই কিবা কব খোজা যেন দেখি তাই নিজৰ ওঠত তৰ্জনী আঙুলি লগাই মোক নিমাতহৈ থাকিবলৈ ইঙ্গিত দি কোনোমতে মোৰ কাণত পৰাকৈ ফুচ্ ফুচালে, "বৰ দোষ কৰিছো, ক্ষমা কৰক ককাইদেও, আপোনাক মই অতৰ্কিতে······ "

ময়ো সৰুকৈ কলো, "একদম ককাইৰ ককালতে ধৰিলা ?"

"আপুনি জানো কালি মোৰ ঘৰৰ মুনিবক মাহীদেউ বোলা নাছিল ? পিছে···?"

মই কলো, "হেৰা ময়ূৰী সুন্দৰী, বোলো মোৰ আগত সেই সময়ত দুটা ৰাস্তাৰ বাদে তৃতীয় কিবা পথ আছিল যদি কোৱা ?"

"তাৰমানে ?" তাই চেলাউৰি চেলাই সুধিলে।

মই নতুন চিগাৰেট এটা জ্বলাইলৈ কলো, "তাৰমানে মই দুবিধ সম্বোধনেৰে মানে দুটা সম্বন্ধ লগাই তেখেতক মই মাতিব পাৰিলোহেঁতেন। তাৰে প্ৰথমটো 'শাহু' ··· "

"ধেৎ" তাই চকু পেন্দোৱাই কলে, "কোনে আপোনাক বিয়া কৰাব খুজিছে ? মই কাকো বিয়া-চিয়া নকৰাওঁ।"

"তোমাতকৈ আকৌ মোৰ ভীষ্মৰ প্ৰতিজ্ঞা এখোপ চৰাহে বুলি জানিবা অৰ্থাৎ অমুকাই বি, এ, পাছ নকৰো আৰু লগুণ-গাঠিৰ বন্ধনত নপৰো। এতিয়া শুনা, দ্বিতীয়টো হ'ল 'মাহী' বুজিছা। তাৰ পিছত মই দৰিয়াপ্ কৰি দেখিছিলো যে যদি 'শাহু' কোৱা যায় তেতিয়া তেওঁ বাহু তুলিব। এতেকে তাক এৰি মতলব কৰি 'মাহী' বুলিলে হয়তো কব যে 'মোৰ চেনেহ খাহি' — এয়েই মাহী সম্বন্ধ পতাৰ ৰহস্য জানিবা।"

জ্বামাই মোক শাসন কৰি কলে, "সৰুকৈ নকয় কেলেই ? আমাৰ মুনিবৰ যিহে কাণ সি কুকুৰতকৈও মানে······বুজিছে ? মই আপোনাৰ ওচৰত বৰ কৃতজ্ঞ মিঃ নগৰীয়া। তাৰমানে আপুনি ইয়াত যেনেকৈ শুকান বালিত পানী

উলিওৱাৰ দৰে মুনিবৰপৰা টকা আদায় কৰি দিছিল সেইদৰে ঘৰৰ মুনিবৰ আগতো সংখ্যাটো নকৈ মোৰ বৰ উপকাৰ সাধিছিল। জানে নগ মানে ককাইদেও, অমুকীয়ে ঘৰৰ মুনিবক দহ টকাৰে সন্তুষ্ট কৰি বাকী দহ টকাৰ ফুটকে নিদিলো। আজি আকৌ ইয়ালৈ আহি পোৱাতেই মুনিবে সুধিছিল বোলে, 'এখন নে দুখন বিল্ল'…" তাইৰ মুখৰ কথা মুখতে থাকিল। তাই সন্মুখত মেলি থোৱা খাতাখনত বৰ মনোযোগ দিলে।

মুনিবৰ কোঠাৰ দুৱাৰৰ ওচৰত টেংটেঙীয়া আ'াজ উঠিল, "তোমাক টকা কুৰিটা মই কালি দিছিলো চিগাৰেট হুপি পানী কৰিবলৈ হতভাগী, মাৰাৰ আগত কৈ মাৰ খুৱাব নোৱাৰো ভাবিছা যদি…ইপিনে এছেন্সৰ গোন্ধত…" বুলি পৰ্দ্দা দাঙি মোক দেখি মুখৰ কথা গিলি থলে। তেওঁৰ ভুল বুজিলে হবলা যে শ্যামাই চিগাৰেট হুপা নাই। তদুপৰি পাছফালৰ পৰা মোক চিনিব নোৱাৰি কোনোবা গ্ৰাহক বুলি ভাবি ততালিকে মাত সলনি কৰি কলে, "আপোনাক কি লাগে? মোৰ চেক্ৰেটৰীয়ে কোনো কথা আলোচনা কৰিব নোৱাৰে। মই প্ৰতিষ্ঠানৰ মালিক, মোৰ ওচৰলৈ… " ইতিমধ্যে তেওঁ চাৰি কদম আগবাঢ়ি আহিল।

সেই সময়তে মই মুখ ঘূৰাই কলো, "কোনো কথাৰ আলোচনা কৰা নাই দিয়ক। মই এখন্তেক জিৰণিলৈ চিগাৰে… "

দিলদৰিয়াই মোৰ কথাৰ মাজতে নাদনি মাৰিলে, "হাৰামী, খুদমান চয়তান, নিনাও-ভূত! ভাল্লেহে!! বোলো বাওনা, পোনেই মোৰ ওচৰলৈ নগৈ ইয়াতে বহি ফিচিংফাচাং লগাইছা কেলেই? মোৰ চেক্ৰেটৰীৰ সৈতে… "

মই নিৰ্ব্বিকাৰ ভাবেৰে চিগাৰেটত এহোপা মাৰি উত্তৰ দিলো, "আমি কাৰো চেক্ৰেটৰীৰ কামৰ লোকচান কৰা নাই। মুনিবে আমাক দহবজাত হাজিৰ হবলৈ সময় বান্ধি দিছে। দহ বাজিবলৈ এতিয়াও দুমিনিট বাকী আছে। অলপ জিৰাই শতাইলৈ ঠিক সময়ত… "

হতশ্ৰীহতীয়ে ইয়াতকৈ বেছি শুনিবলৈ ধৈৰ্য্য ৰাখিব নোৱাৰিলে। তেওঁ ইতিমধ্যে মোৰ ওচৰ পাইছিলহি। "আহা" বুলি মুখেৰে উচ্চাৰণ কৰি — হাতীয়ে শুৰেৰে পাকমাৰি ধৰি কলপুলি উঘালিলৈ টানি নিয়াৰ দৰে — লুধুৰীয়ে সৌহাতৰ বাউলীৰে মোৰ ডিঙিত পাক মাৰি কাষলতিৰ চেপত চেপামাৰি ধৰি একেটা টানতে মোক থিয় কৰিলৈ, বাঘিনীয়ে দামুৰি নিয়াৰ দৰে নিবলৈ

ধৰিলে। মই বহা চকীখন তিনিহাত দূৰত বাগৰি পৰিলগৈ। মোৰ ভৰিৰ জোতাই কেতিয়াবাহে মাটি লগ পায়। বেছি সময় শূন্যতে থাকে।

মোৰ ভুল ভাগিল। তাৰমানে আগেয়ে মই যে নিজৰ মনতে দৰিয়াপ কৰিছিলো, যে মঙহৰ থপথপীয়া চপৰাবোৰ চমকাচমকে থুপ খুৱাই থোৱা আৰু থপথপীয়াহে থহিপৰোঁ-থহিপৰোঁ ভাবেৰে লাগি-থকা হুতশ্ৰীহুতীৰ থুলন্তৰ শৰীৰটোত বল শকতিৰ সঁচ সমূলি নাই বুলি, সেইকথা সঁচা তো নহয়েই বৰং তাৰ উল্টাটোহে। তুলনা কৰিবলৈ হলে কব পাৰি যে, তেওঁক চাৰি ভাগ কৰি যিদৰে একোটা অংশৰে অমুকাৰ সমান ক্ষুদ্ৰ জন্তু একোটাকৈ গঢ়ি চাৰিটা নিনাও নগৰীয়া সাজি উলিয়াব পাৰি ঠিক সেইদৰেই অমুকাৰ লেখিয়া লেখত মুঠা অৰ্থাৎ নগণ্য নিনাও নগৰীয়া চাৰিজনক তেওঁ সবল বাহুৰে লেতুসেতু কৰিব পাৰে।

নিজৰ প্ৰাইভেট অফিচৰ চেক্ৰেটৰীয়েট টেবিলৰ ওচৰলৈ তেওঁ মোক চোৰ্চোৰাই টানি নি তাৰে চকী এখনত থেকেচামাৰি বহুৱাই থৈ নিজে ঘূৰি গৈ তেওঁৰ ৰিভল্ভিং চকীত বহি দীঘল নিশাহ্ এৰিলে। তেওঁৰ চকু-মুখ টপ্টপীয়া ৰঙাহৈ পৰিছিল। খানিকমান পৰলৈ উশাহ নিশাহ চলোৱাৰ পিছত মুনিবৰ মুখেৰে মাত ওলাল। তাৰমানে ভুমুখীৰ মুনিবী মাতটোৰে সুধিলে, "তোমাক মই মোৰ চেক্ৰেটৰীৰ সৈতে মুখ-চুপতি মাৰি ৰসালাপ কৰি মোৰ কামৰ লোকচান কৰিবলৈ দৰমহা দি ৰাখিছো, বাওনা? কালি তোমাক মানা কৰিছিলো নে নাই, চয়তান?"

মই ইতিমধ্যে তেওঁৰ বাহুৰ চেপাত কলখোৱা ধাতুটো উৰি যাবলগীয়া হোৱাত জৰ ঘামেৰে ঘামিছিলো। ঘাম মচোতে মোৰ ৰুমালখন তিতিল। গালমুখ মচি মচিয়ে মই কলো, "ৰ'বা মেধাম, মোক অলপ দম লবলৈ দিয়া। উস্ৰাম, আৰু তিনি চেকেণ্ড পলম হোৱা হলে তুমি নিশ্চয় নিনাও-হত্যা অপৰাধত ফাঁচীত ওলমিব লাগিল হেঁতেন। দিল দৰিয়া নাম নলৈ তুমি বাঘিনী-দিলীয়া আদি কিবা নাম লোৱাহে উচিত আছিল।"

হুতশ্ৰীহুতীয়ে দাঁত উলিয়াই গৰ্ব্বৰ হাঁহি মাৰি আগতকৈ কোমল মাতেৰে ক'লে, "কেনে সেকা পাইছা? হেঁকা ওলাইছেনে হাৰামী? আগলৈ মনত ৰবনে খুদমান চয়তান? বুজিছানে এতিয়া মই তোমাক কেঁচাই কেঁচাই গিলি থব পাৰো।"

মই কলো, "তেতিয়া হলে নিনাও হত্যাৰ বাবে··· "

বাধা দি তেওঁ ক'লে, "কোন হেৰিয়াই কাঁচী দিব পাৰেহে ? কোনে কাক হত্যা কৰিব ? অমুকীয়ে তোমাক জীয়াই-জীয়াই, কেঁচাই-কেঁচাই, গোটাই-পিটাই গিলি থম।"

"তেনেহলে আৰকাঁহা! তোমাক তামাকাঁহা দেখুৱাবলৈ বঢ়িয়া হব।" মই কলো, "অমুকাই তোমাৰ পেটলৈ নগৈ বুকুৰ ভিতৰতে গাদী পাৰি লৈ 'আৰাম হামাৰ হ্যায়' বুলি মৌজ কৰি শুই থাকি স্বৰ্গসুখ······ "

"ইস্ খুদমান বাওনাৰ বাসনা চোৱা!" এইবাৰ চকু পোন্দোৱাই মুখ গম্ভীৰ কৰি ক'লে, "জানা বাওনা, এই অকমানি দিলদৰিয়াৰ বুকুখন শিলেৰে গঢ়া। তাক এতিয়াও বুজা নাই যদি ভুল কৰিছা। তাত সোমাই অমুকীৰ দিলত ডেগাৰ বহুৱাবলৈ সমুলি সুযোগ নাই জানিবা।"

"মোৰ চমজিবলৈ বাকী নাথাকিল যে এবাৰ সাপৰ কামোৰ খাই দিলদৰিয়াই কেঁচুলৈকো ভয় কৰা হৈছে। তেওঁ নিজৰ চিগাৰেট উলিয়াই মোলৈ এবাৰ কেৰাকৈ নজৰ পেলাই চিগাৰেটটো জ্বলাই ললে। চিগাৰেটৰ পেকেটটো ড্ৰয়াৰত সুমাই থৈ কোমল মাতেৰে ক'লে, "তুমি দিলুৰ দিলৰ কথা কি বুজিবা, মনোহাৰী ?"

"মনো-হাৰামী নোকোৱা কেলেই ?"

"নহয় নো আকৌ কি ? অকল মন হাৰামীয়েই নহয়, দিল-হাৰামী, খুদমান চয়তান। ইপিনে মই চিন্তাত-তং নাপাই এই পাবাহি পাবাহি, বুলি বাৰে বাৰে ঘড়ী চাওঁ, সিপিনে এওঁ কেতিয়াবা মনে মনে আহি মোৰ চেক্ৰেটৰীৰ সৈতে·· ··· "

বাধা দি মই কলো, "এ-হ্, মোৰ গৰজ পৰিছে, এওঁৰ শুখুনীজনীৰ শুকান মুৰৰ 'হৰ্চ-টেইল' মাৰ্কা চুলি কোছা চাই থাকিবলৈ। এনেহে গৰ্ব, তাই নকয় এষাৰ কথা, নাচায় এবাৰ মূৰ তুলি, নামাৰে এটা মিঠা হাঁহি···"

"চুপ কৰা নিনাও ভূত। বুঢ়ী শালিকীৰ চকুত খুটিয়াবলৈ চেষ্টা নকৰিবা-ইক।" বুলি তেওঁ চিগাৰেট হুপিবলৈ ধৰিলে। মই তেওঁৰ মুখলৈ চাই ৰৈ থাকিলো। তেওঁৰ খং উঠিলে হবলা, চকু থিয় কৰি ডেকাহি মাৰিলে, "লোকৰ মুখলৈ লোভাতুৰ চকুৰে চাই নাথাকি নিজৰ পৰা উলিয়াই এটা হুহুপা কেলেই, চয়তান ?"

মই নির্বিকাৰ ভাবেৰে কলো, "কোনেও কাৰো মুখলৈ চিগাৰেটৰ আশা পালি চোৱা নাই। মুখলৈ চাব নালাগে যদি পাছমুখদি নাথাকে কেলেই, পিঠিৰ ফালে চাই থাকিম"। তাৰ পিছত নিজকে নিজে কোৱাৰ দৰে বকিলো, "এন্দুৰৰ সেন্দুৰ, গোলামৰ ওঁজা মাছলৈ লোভ মুগুৱায়। আমি চিগাৰেট হুপা অভ্যাস পৰিহাৰ কৰিম। হাজিৰাৰ আধা পইচা, তিনিশ তেত্ৰিশ নয়ে পইচে যদি চিগাৰেটৰ ধোঁৱাত উৰাওঁ··· "

মুখ টিপি হাঁহি মুনিৰে ক'লে, "কাউৰীৰ বাহত চকু মুদি আধাৰ গিলা কুলি পোৱালী। বুধিয়ক বাওনা, খুদমান চয়তান"। বুলি ড্ৰয়াৰৰপৰা পেকেটটো উলিয়াই মোৰ আগলৈ দলিয়াই দি ক'লে, "এটা উলিয়াই নিজৰ জুইশলাৰে জ্বলোৱা, মই জুইশলা নিদিওঁ।"

"ধন্যবাদ মেধাম।" বুলি মই চিগাৰেট এটা উলিয়াই ৰাখি পেকেটটো ফিৰাই দিলো।

তেওঁ কটাক্ষ হানি ক'লে, "ধন্যবাদ কোনে খুজিছে ? আৰু শুনা মনোহাৰী, তুমি মোক মেধাম-চেধাম নকবা। দিলু বুলি নামাতা কেলেই ?"

"তাতকৈ" মই কলো, "মুনি-মন-মোহিনী-দিল-দৰদীয়া-দেৱী বুলি মাতিলে কেনে হয় ?"

"দূৰ্ বেৰসিক," বুলি দিলদৰিয়াই নয়নৰ কিবা এপাত বাণ নিক্ষেপ কৰি ক'লে, "অ' আই চিক', ডাড়িয়ে-গোফে-জটাই জহুদহৈ, গাত এপাচিমান ফুটছাই সানি, লেঙটি এডাল পিন্ধি, চিলিমে চিলিমে ভাং হুপি হুপি চকু ৰঙা কৰি ভাঙৰ ৰাগিত টোপনিয়াই থকা মুনি-চুনি অমুকীয়ে দুচকু পাৰি দেখিব নোৱাৰো। তাতকৈ খুদমান বাওনা মনোহাৰীয়েই মোৰ ভাল······ "

"কিন্তু দিল্-মোহিনী দেৱী," মই কলো, "অমুকাৰ প্ৰতিজ্ঞা যে লগুণ গাঁঠিৰ মেৰপেচত বান্ধখাই নাকী লগোৱা বলদ মই কেতিয়াও······ "

"ধেৎ হাবামী," মুখৰ কিবা এটা ভঙ্গী কৰি তেওঁ ক'লে, "কোনে তোমাক বিয়া কৰাব খুজিছে ? তোমাক মই কোলাত লৈ নচুৱাব পাৰো, বোকাতলৈ নাচিব পাৰো, কোল বালিচ কৰি চেপি পেটু উলিয়াব পাৰো, এনেকি কেঁচাই কেঁচাই গিলি থবও পাৰো ; কিন্তু বিয়া !! অ' আই চিক', তাৰ আগেয়ে এই অকমানি দিলদৰিয়াজনীয়ে নাক-চুলি কাটি থবাঁনাকী-লথামুৰী হম। শুনা

খুদমান, বিয়া তোমাৰ দৰে বাওনাকহে নালাগে কামদেৱৰ ককায়েক আহিলেও অমুকীয়ে বাওহাতৰ বুঢ়াক দেখুৱাম।"

অমুকাই দস্তুৰ মাফিক চমজিলো যে দিলদৰিয়াই সাদিৰ নাম শুনিলে কেলেই তীহ্ তিহাই উঠে। এবাৰ তেওঁ বিয়াৰ বিহকল গিলি তুমাহৰ বাবে 'বিষে-জৰাজৰ' হৈ অৱশেষত তুমহীয়া গিৰিয়েকৰ সকলো সংকল্পৰ নাগপাশ বৰবাদ কৰি তেওঁক বেজাই বেকাইদাত পেলাই বেকুব বনাই 'পতি পৰম পঙ্গু' বুলি পৰিহাৰ কৰি আহি আগৰজনীক খৰি দি 'দিলদৰিয়া দালাল' জনম ধৰিছে। এতেকে বিয়াৰ নাম শুনিলে তেওঁ মাটিতে সাত কিল মাৰে।

মই নিমাতহৈ থকা দেখি তেৱেঁই আকৌ ক'লে, "শুনিছা মনোহাৰী, কালিবে পৰা মোৰ দিল্‌টোৱে তোমাৰ বাবে হুমহুমাই আছে। এতিয়াও মই বাৰে বাৰে ঘড়ী চাওঁ কেতিয়াকৈ দহ বাজিব, কেতিয়া তুমি পাবাহি বুলি মই উত্‌ৰাৱল হৈ আছো, কিন্তু তুমি নাহাহে নাহা, ঘড়ীতো দহ নাবাজেহে নাবাজে। তোমাৰ ঘৰত টেলিফোন আছেনে মনোহাৰী ?"

মই কলো, "বোলো আদাৰ বেপাৰীয়ে জাহাজ দেখিছেনে, দিলমোহিনী ?"

তেওঁ চকু মুদি শব্দৰ সোৱাদটো উপভোগ কৰি ক'লে, "আ-স্, মৌজুলীয়া নাম। মোক তুমি আকৌ এবাৰ শুনোৱা। "

"দিল-মোহিনী-দৰদীয়া-দিলহাৰিণী-হৰিণী··· "

তেওঁ খানিকমান পৰলৈ চকু মুদি ৰিভলভিং চকীত আউজি থাকি শেষত মোলৈ শুভদৃষ্টি কৰি ক'লে, "তুমি মোৰ মন-প্ৰাণ হৰি মিলা মনোহাৰী। সদায় মোক এইদৰে নামাতা কেলেই ?"

মই কলো, "সদায় পৰমান্ন খালে মুখ আমুৱায় আৰু পেটৰ অসুখো হয়।"

"ঠিক কৈছা।" তেওঁ ক'লে, "এতিয়া শুনা, তুমি আদাৰ বেপাৰী বুলি নিজক কেলেই সৰু কৰিছা ? মই তোমাৰ নাড়ীৰ খবৰ নোলোৱা বুলি ভাবিছা নেকি ? অৱশ্যে সম্প্ৰতি তোমাৰ ধনৰ নাটনি পৰাত নিনাও নগৰীয়া নাম লৈ ভাও কৰিছাহি সঁচা কিন্তু তোমাৰ দেউতাৰা নামজাদা বিষয়া আছিল। তেওঁৰ ঘৰত টেলিফোন···"

বাধা দি মই কলো, "ৰ'বা, মোক কবলৈ দিয়া। শুনিছা মেধাম, ইংৰাজ ৰজাই আমাৰ চিৰকলীয়া ৰাজপ্ৰথাটো বাতিল কৰি নিদিয়া হলে আজি অমুকায়ো কিবা এবিধ উপাধিৰে নামটো বিভূষিত কৰি নপতা ফুকন হৈ ফুৰিব

পাৰিলোহেঁতেন। সেইদৰে মন্ত্ৰী-গৱৰ্ণৰ-কমাণ্ডাৰ-লেফ টেনেণ্ট-কেপ্টেন আদিৰ বংশধ্বজ সকলেও সেই সেই উপাধিৰে অনন্তকাললৈ বিভূষিতহৈ ভেম-কোঁৱৰহৈ ফুৰিব পাৰিলেহেঁতেন। কিন্তু দিলু সুন্দৰী, জহাধানৰ হলেও পতান ক'ৰবাত গজা শুনিছানে? গতিকে·· ··" বুলি মই কথা শেষ নকৰিলো।

তেওঁ ক'লে, "এৰা, ঠিক কথা কৈছা। যি নহওক বাৰু। শুনিছা মনোহাৰী, দালালী প্ৰতিষ্ঠানৰ খৰচত তোমাৰ ঘৰত এটা টেলিফোন দিয়াৰ বন্দবস্ত'মই কৰি দিম, যাতে মাজে সময়ে তোমাৰ সৈতে কথা পাতি মনত ৰং লগাব পাৰো, বুজিছা?" ইয়াকে কৈ তেতিয়াহে তেওঁ মুৰ দাঙি ৱাল-ক্লকটোলৈ চাই একেটা জাপতে পোনহৈ বহি নিজ মূৰ্ত্তি মানে মুনিবৰ মূৰ্ত্তি ধাৰণ কৰি ক'লে, "অ' আই, দহবাজি পোন্ধৰ মিনিট!"

"এৰা।" মই কলো।

তেওঁ মুখ ভেঙুচাই ভেকাহি মাৰিলে, "এ-ৰ্-ৰা! বোলো মই তোমাক কামৰ বাবে নিয়োগ কৰিছো নে মুনিবৰ সৈতে মুখ চুপতি মাৰি ৰসালাপ কৰি সময় কটাবলৈ মকৰৰ কৰিছোহে খুদমান চয়তান? মোৰ বাহিৰৰ এই ধুনীয়া ৰংচঙীয়া টুপটুপীয়া চেহেৰাখন দেখি যদি তুমি অমুকীৰ ভিতৰখনো ৰহঘৰা বুলি ভাবিছা তেন্তে উন্টা বুজি মহা ভুল কৰিছা। দিলদৰিয়াৰ বাহিৰে ৰং-চং যদিও ভিতৰত কোৱা ভাতুৰীও নহয়, তাত তেনেই কয়লাৰ দম জানিবা। জুই সহজতে লাগে কিন্তু তাৰপৰা তোমালোকৰ প্ৰমাৰ্কা জুলীয়া ৰস কেতিয়াও নোলায় জানিবা। এই অমুকীৰ অন্তৰত সেইবোৰ নিবিচাৰিবা।"

ময়ো হঠাতে বৰ গম্ভীৰহৈ উত্তৰ ভেজি দিলো, "বোলো কোনে কাৰ অন্তৰত কি বিচাৰিছে হেঁ? মই তোমাৰ তাবেদাৰ হলো বুলি অবাবতে অন্যায় কথা কৈ অপমান কৰিব নোৱাৰা।"

ছমুখীয়ে আকৌ দ্বিতীয় বিধৰ মাত উলিয়াই কোমল সুৰত ক'লে, "এৰা দোষ মোৰেই। মই ভাবি চালো তোমাৰ দোষ নাই। কেৱল তোমাৰ দেখনিয়াৰ, মনলোভা চেহেৰাখনে আৰু তোমাৰ মনমোহা কথাবোৰেই মোৰ অন্তৰৰ কিবা যন্ত্ৰ এটাত গোলমাল লগাই দিয়ে। সি অৱশ্যে প্ৰেম-চ্ৰেম নহয় যদিও বুকুৰ ভিতৰত কিবা সুৰসুৰণি তোলে। যি নহওক, সেইবোৰ এৰিলো।

তোমাৰ ঘৰত মই টেলিফোন এটা দিম।" বুলি পেঁপা বজালে "ছিঁ -ৱাঁ-ৱাঁ-ৱাঁ...... "

তেওঁৰ মুখৰ সুৰ শেষ হোৱাৰ লগে লগে, পৰ্দাৰ আঁৰত আমাৰ কথোপকথনবোৰ চুৰ কৰি শুনি থকা শুকুলা শ্যামাই তত্তালিকে সোমাই আহি মোক তেনেই অৱজ্ঞা কৰি আঁতৰত থিয়হৈ মুনিবৰ মুখলৈ চালে। তাইক টেলিফোনৰ বাবে দৰখাস্ত এখন টাইপ কৰি আজিয়েই পঠাবলৈ আদেশ দি বিদায় দিলে। তাৰ পিছত মুনিবৰ মাতেৰে ক'লে, "আজিৰ ডিউটীৰ কথা শুনা নগৰবীয়া, আধাঘণ্টা আগেয়ে টেলিফোনত শাহুৱে কৈছিল যে ..... "

কথাৰ-মাজতে মই আচৰিত হৈ সুধিলো, "তোমাৰ ?"

ফেঁটীসাপৰ দৰে ফণা-দাঙি উঠি হতশ্ৰীহতীয়ে তীহতিহাই উঠিল, "খবৰদাৰ দগাবাজ-বদমাচ-বাওনা-ভূত-হাৰামী-চয়তান-খুদমান-পাজি··· "

মই সৰুকৈ কলো, "মূৰ গৰম হলে ব্লাড-প্ৰেছাৰ বাঢ়ে, লীভাৰ খাৰাপ হয়, হাৰ্ট-ফেল হৈ...... "

তেওঁ মাতটো অলপ কোমল কৰি ক'লে, "মোৰ শাহু বুলি জোকাই তুমি কেলেই মোৰ মূৰ গৰম কৰি দিবা ? উ-স্ বা-ম্! হয়তোন, এদিন এজন ডাক্তৰে নগদ দহটকা নি এই অমুকীক ভয় খুৱাই থৈ গৈছে বোলে লীভাৰ বেয়া হলে হা···হাৰ্ট, উ-স্ বাম, এইবোৰ নমৰা মানুহক মৰা···উস্ বাম, হতভগাই আৰু কাকো ভয় খুৱাবলৈ নাপালে। চোৱাচোন নগৰবীয়া, এই অকমানি দিলদৰিয়া জনীৰ হাৰ্টফেল হৰ লাগিলে কি দুৰ্গতি হব ? দহটকা লৈ সি মোক দহগুণ ভয় খুৱাই থৈ গ'ল। আকৌ এওঁ, মানে শাহু নহয় জানিবা, ছাহু, ছাহু বুজিছা মনোহাৰী ভুল নকৰিবা, ছাহু। এওঁ তিৰোতা শাহু নহয় তেনেই মতা ছাহু — ভদ্ৰলোক, বৰলোক মানে ধনী লাখ-লাখপতি আৰু মোৰ মক্কেল। উস্ বাম হাৰ্ট, নাই ফেল নহয় — ইপিনে এই মানুহবিলাকে আৰু নাম-উপাধি বিচাৰি যেন নাপায়হে। কমলা শাহু , ছেঃ! তোমাৰ গাতো দোষ নাই অৱশ্যে, কিন্তু এতিয়াৰ পৰা ছাহু কবাদেই...... "

মই সুধিলো, "পিছে শাহুৱে নো কি কৈছিল ?"

"ছাহু, ছাহু, ভুল নকৰিবা নগৰবীয়া ছাহু।" বুলি তেওঁ মোক দফে দফে সাৱধান কৰি দি আকৌ ক'লে, "ছাহুৱে মোৰ দালালী প্ৰতিষ্ঠানক এটা কামত

নিযুক্ত কৰিব খোজে। মই তেওঁক কৈছো যে আমাৰ জেনেৰেল মেনেজাৰক নোলোধাকৈ মই কোনো নতুন কাম হাতত লব নোৱাৰো।"

"জেনেৰেল মেনেজাৰ আকৌ কোনোৱা আছে নেকি?" মই অলপ আচৰিতহৈ সুধিলো।

"কেলেই নহব, জেনেৰেল মেনেজাৰ নাথাকিলে ব্যৱসায়ৰ গাম্ভীৰ্য্য থাকে নেকি? মানুহে সৰু ব্যৱসায় বুলি হেয় জ্ঞান নকৰে জানো?"

"তুমি তো মোক ইয়াৰ আগেয়ে জনোৱা নাছিলা মেধাম। মানুহজন কোন?"

"কোন হব আকৌ? তুমি নিনাও নগৰীয়া। মই তোমাক জেনেৰেল মেনেজাৰ পাতিলো।" বুলি কৈ তেওঁ গৰ্ব্ব ভাবেৰে মোলৈ চালে।

মই মনতে এবাৰ নেৰিয়াৰ পিতলৰ গোসাঁইক স্মৰণ কৰি কলো, "কিন্তু মেধাম ··· "

মই কি কব খুজিছো তাক সমূলি নজনা-নুবুজাকৈয়ে তেওঁ কৈ পেলালে, "কিন্তু কিহৰ, বুধিয়ক বাওনা, তোমাৰ মাতিবলৈ কিটো আছে? দৰমহাৰ কথা ভাবিছা যদি কওঁ শুনা নগৰীয়া, তোমাৰ দৈনিক হাজিৰা মই তোমাক দহ শ নযে পুইচেকৈ কালিৰ পৰাই দিম বুলি স্থিৰ কৰি··· ··· "

মই উঠি মুনিবৰ মুখৰ আগতে কেইটামান তাণ্ডৱ নৃত্যম্ মাৰি দেখুৱাই দিম নেকি বাপেকে? নে লৰি গৈ লখিমী মুনিবৰ ভৰিত ধৰি কৃতজ্ঞতা জনাম? ভাবি স্থিৰ কৰিব নোৱাৰি মনতে মাতিলো, "হেৰ' নেৰিয়া ভাই, তোৰ প্ৰভু পিতলৰ গোসাঁয়ে মোক গোৰ মাৰি গঙ্গাত পেলালে চাহি আহ। মোৰ মুনিব দিলদৰিয়া বলিয়া হ'ল নে মইহে পগলা হলো ক'হি আহ।"

মুনিবে কৈ আছে, "···কথাষাৰ কবলৈ কালিৰ পৰাই মোৰ উকমুকনি লাগি আছে······ "

মই আৰু ৰ'ব নোৱাৰি মনতেই দণ্ডৱতে প্ৰণিপাত কৰি প্ৰাথনা কৰিলো, 'হে মোৰ আই লখিমী হুতশ্ৰীমতী দিলদৰিয়া দেৱী, মাৱ তোমাক মই কিহেৰে তুষিম মোৰ প্ৰভুণী-নাৰায়ণী? তোমাৰ সৌ বাতুল-চৰণকমলৰ-ৰেণুৰে মোৰ শিৰত সৌভাগ্য বৰষি নিনাও বাওনাৰ হাততে চন্দ্ৰটো পেলাই দিলা।'

দিলদৰিয়াৰ মাতৃৰ দিলটোৰ সিংহ দুৱাৰ পুৰাকৈ মেলি — চাতকে নোখোজোতে দবাপিটা বৰষুণ দিয়াৰ দৰে — দয়া বৰষি আছে " ···সেয়েহে মই

তোমাৰ ঘৰত টেলিফোন দিয়াৰো ব্যৱস্থা কৰিলো। যেতিয়াই তোমালৈ মনত পৰে তেতিয়াই তুষাৰ কথা পাতি দিল্ খুচ্ কৰিব পাৰিম, কেনে বঢ়িয়া হব? বুজিছানে মোৰ খুদমান নিনাও-ধন?"

বুজিবলৈ বাওনাৰ এতিয়াও বাকী আছেনে? একেবাৰে নিয়ৰৰ টোপালত কাঁচি ৰ'দ পৰি যেনে স্বচ্ছ দেখায়, তেনেদৰে ফটফটীয়াকৈ বুজিছো যে এতিয়াৰ পৰা তেওঁ মোক চৌবিশ ঘণ্টাই খটুৱাব পাৰিব। সেয়েই টেলিফোন দিয়াৰ নিগূঢ় ৰহস্য। তাৰমানে উৰাহে-পিয়াহে, নিদ্ৰাই-জাগৰণে, ঘৰে-বাহিৰে, মনে-প্ৰাণে এতিয়াৰ পৰা নিনাও-সিংহ দালালী-দুৰ্গাৰ বাহনহে পৰিব। ফুটাই কলো, "এৰা, একদম দাবব পানীৰ দৰে নিৰ্ম্মল আৰু মিঠা লগাকৈ বুজিছো মেধাম।"

তেওঁ মোৰ মন জুৰ পেলোৱা মিঠা হাঁহি এটা মাৰি, চিগাৰেট উলিয়াই এটা মোৰ আগলৈ দলিয়াই দি "আজি দুটা চিগাৰেট তোমাক দি মই কুৰি নয়ে পইচে পানীত পেলালো। আজিৰ পৰা লোভাতুৰ চকুৰে মোৰ মুখলৈ চাই থাকিলেও নিদিওঁ কিন্তু।" বুলি নিজে এটা চিগাৰেট জ্বলাই জুইশলাটো ড্ৰয়াৰত সুমাই থৈ ভেকাহি মাৰিলে, "নিজৰ জুইশলাৰে জলোৱা, মোৰ মুখলৈ কি চাই আছা?"

অমুকাৰ মনত কবলৈ প্ৰবল আগ্ৰহ হৈছিল যে, — দেৱী, জুইশলাৰ বাবে তোমাৰ মুখলৈ চোৱা নাই, চাইছো তোমাৰ অন্তৰৰ শিলৰূপী দিলটোলৈ। সেইটো তুমি কোৱা দৰে যদি শিল হ'লহেঁতেন তেন্তে তাৰপৰা এনেকুৱা দৰদ আহিব নোৱাৰিলেহেঁতেন। অথবা তুমি কোৱাদৰে তোমাৰ দিলটো যদি শিলহে হয় তেনেহলে তাৰ বুকু ফাটি দয়া-নিজৰাৰ সুশীতল ফল্গু-প্ৰবাহ অনবৰত বৈ আছে। কিয়নো পৰহিদিনা এই নিঃকিন নিনাও নগৰীয়াই চপনীয়া গলগ্ৰহ নেৰিয়াৰ গাঠিৰ চাবি অনা পইচাবে দুদিনীয়া উপবাসৰ পাৰণ কৰিছিলো। আৰু আজি? পৰহি তোমাৰ নোকৃৰি নকৰাৰ পৰাই হাজিৰা দি এই তিনি দিনতে তিনিগুণ কৰি দিলা। তদুপৰি পুৰস্কাৰ বুলিও তিনিশ বিশ টকা ফাও। মোৰ চপনীয়া নেৰিয়া ভায়ে কালি ঠিকেই কৈছিল বোলে, 'দালালনী আয়ে আমাক যিথিনি দিছে তাৰবাবে তেখেতক সাত সেৱা জনোৱা উচিত। কিয়নো আমি দুজনৰ পক্ষে বেছিহে দিছে…।" এইদৰে কওঁ বুলি ভাবিছিলো যদিও কোৱাৰ সাহস নহল। তেওঁৰ দান চিগাৰেটটো জ্বলাই হুপিবলৈ ধৰিলো।

# চাৰি

মুনিবে এইবাৰ গম্ভীৰহৈ ক'লে, "শুনিছা নগৰীয়া, তুমি বিয়াখন ভাঙি দিব লাগে, পাৰিবানে ?"

মই কোনো কথা নুবুজি হঠাতে সুধি পেলালো, "তোমাৰ ?"

আৰু পায় কোনে ? তেওঁ ৰণচণ্ডী মূৰ্ত্তি ধৰি তীহ্‌তিহাই উঠিল, "দগাবাজ, তামাকাহা দেখুৱাওঁ ৰবা," বুলি একেজাপে উঠি আহি মোৰ পাছফালে থিয়হৈ দুধুমীয়ে মোৰ গলধন আৰু থুতৰিত ধৰি মোৰ মুখখন ওপৰমুৱা কৰি নাকত জোৰেৰে কামুৰি ধৰিলে। বুন্দীয়ে ধৰা নিগনিৰ দৰে মোৰ অৱস্থা কাহিল হৈ পৰিল। মোৰ গাৰ তলৰ ছোৱাই থৰথৰ কৰে কঁপিবলৈ ধৰিলে। মই উকমুকনি লাগি ধৰফৰাবলৈ ধৰিলো। ৰাক্ষসীয়ে মোৰ নাকটো ছিঙি নি নিশ্চয় গিলি থব বুলি ভয় লাগিল। হঠাতে বুদ্ধি এটা পাই বিকৃত মাতেৰে মই কথমপি উচ্চাৰণ কৰিলো, "লীভাৰ-হাৰ্ট...... "

সেই শব্দ দুটাই মায়ওব মন্ত্ৰৰ দৰে গুণ দিলে। নিমিষতে কামোৰ এৰি তেওঁ "উস্ ৰাম," বুলি ততালিকে উভতি গৈ নিজৰ ৰিভলভিং চকীত ঘপহ্ কৰে বহি চাদৰৰ আঁচলেৰে তেওঁৰ মুখ আৰু দাঁতত লগা তেজবোৰ মচি হুমুনিয়াহ কাঢ়ি ক'লে, "উস্ ৰাম ! হাৰ্টফেল হব লাগিলে অকমানি দিলদৰিয়া-জনীৰ কি গতি হব ? বাওনা, হাৰামী, নিনাও-ভূত, চয়তান, পাজি, মোৰ খং নুতুলিবলৈ বাৰে বাৰে তোমাক মানা কৰিছিলো নে নাই, বদমাচ ?"

মই চকুপানীবোৰ মচি ৰুমালখনেৰে নাকত হেচি ধৰি আছিলো। সেই অৱস্থাতে কেঁকনি মাৰি কলো, "মই কেনেকৈ জানিম কাৰ বিয়া ? তুমি জানো কাৰবাৰ কিবা নাম কৈছিলা ? মই কেনেকৈ বুজিম কাৰ বিয়া ? মোৰ কি জগৰ তুমিয়েই বিচাৰ কৰি কোৱা ?"

তেওঁ আধাপোৰা চিগাৰেটটো ছাইদানৰ পৰা তুলি লৈ হুমুনিয়াহ কাঢ়ি বৰ আফছোছ কৰি ক'লে, "এৰা মোৰো ভুল থাকিব পাৰে, অৰ্থাৎ খংটো মুখৰ মাততে উঠা বেয়া হৈছে। উস্ ৰাম, হাৰ্টফেল হব লাগিলে কি গতি হব ! চাওঁ মনোহাৰী নাকটো, দুখ পালা নেকি ? আঁয়ে দেহি ! ৰ'বা মই ডেটল্ লগাই দিওঁ।" বুলি কৈ তেওঁ পাছফালে থকা আলমাৰীৰ পৰা ডেটল্ আৰু

তুলা উলিয়াই নিজৰ কোমল হাতেৰে আলফুলকৈ শুশ্ৰূষা কৰিবলৈ ধৰিলে। মই নেদেখিলেও মোৰ ৰুমালৰ আৰু তেওঁৰ হাতৰ তুলাৰ ৰঙীন অৱস্থা দেখি চমজিব পাৰিলো যে নাকটোৰ বাৰুকৈয়ে দুৰৱস্থা মানে জখম হৈছে।

তেৱেঁই মৰমৰ মাতেৰে আশ্বাস দি ক'লে, "সামান্য তেজ ওলাইছে আৰু অকমাণ উখহিছে যদিও কোনো ভয় নকৰিবা, সমূলি অপকাৰ নহয়, ভালহৈ যাব।"

মই খেদ কৰিলো, "আৰু এক চেকেণ্ডমান পলম হোৱা হলে থবানকা হলোহেঁতেন।"

দিলদৰিয়াই আকৌ নতুন তুলাত ডেটল্ লৈ নাকত লাহে লাহে লগাই দি ক'লে, "মোৰ কি দোষ কোৱা? তুমি মোক খং খুৱাই জুইত দিয়া লোহাৰ দৰে ৰঙা কৰি দিব পোৱা জানো? এতিয়াৰ পৰা মনত থাকিবনে? অৱশ্যে নাঁকৰ বিষ থাকে মানে মোৰ কোনো ভয়েই নাই।"

তেওঁ ফাৰ্ষ্ট-এইড দিয়াত বহুখিনি সকাহ পালো। স্বীকাৰ কৰিবই লাগিব যে এই বিষয়ত তেওঁৰ হাত পকা। ঘূৰি গৈ তেওঁ নিজৰ ঠাইত বহি গাৰ সাজপাৰ পৰিপাটীকৈ লৈ তেওঁৰ পাছ ফালে থকা ডাঙৰ দাপোনখনত চেহেৰাটো চাই পাৱদাৰ আৰু লীপ্‌ষ্টিক ধহিলে। তাৰ পিছত ঘূৰি মোৰ ফালে চাই ক'লে, "শুনা নগৰীয়া, কমলা শাহুৱে — ছাহু, ছাহুৱে বুজিছা, মোক টেলিফোনেৰে জনাইছিল যে তেওঁৰ পুতেকে কৰবাত হেনো বিয়াৰ বন্দৱস্ত কৰিছিল। পৰহিলৈ বিয়া। সেই বিয়াখন আমি যেনেতেনে ভাঙি দিব লাগে।"

"তাৰমানে?" মই সুধিলো।

"শুনা" তেওঁ ক'লে, "কমলা শা—ছাহুৰ সেই বিয়াত হেনো সমূলি মত নাই। ইয়াৰ বেছি টেলিফোনেৰে মোক জনোৱা নাই। বিয়াখন আমি কিবা বুদ্ধিৰে নাকচ কৰি দিলে তেওঁ আমাক এটা শকত অঙ্কৰ মানে ভালদৰে দালালী দিব বুলি মোক কৈছে, বুজিছা?"

"ওঁ।"

"তাৰ পিছত শুনা," তেওঁ ক'লে, "দালালী প্ৰতিষ্ঠানে ঘটকৰ কাম কৰে আৰু ইয়াৰ আগেয়ে আমি বহুত বিয়া পাতি দিছো যদিও আজিলৈকে কাৰো বিয়া ভঙা কাম হলে কৰা নাই দেই। এই শা— ছাহুক মই ভালকৈ জানো,

বৰ বৰলোক মানে বৰ ধনী মানুহ। তেওঁৰ কাম কৰি সন্তুষ্ট কৰি দিব পাৰিলে ভালমতে বুজিছা অৰ্থাৎ দুই-এক হাজাৰ টকা দালালী মই আদায় কৰিব পাৰিম জানিবা। মোৰ কথাবোৰ বুজিছা নিশ্চয় ?"

"আলবৎ।" মই উত্তৰ দিলো।

মুনিবে ক'লে, "মই তেওঁক অথনি কৈছো যে আমাৰ জেনেৰেল মেনেজাৰেহে সকলো কামৰ বন্দৱস্ত কৰে। এতেকে তেওঁৰ কাম লোৱা হয়নে নহয় সেই বিষয়ে মই কোনো কথা দিব নোৱাৰো। বুজিছা নগৰীয়া, এইদৰে অলপ ঘূৰাই-পকাই নকলে প্ৰতিষ্ঠানৰ মূল্য নাবাঢ়ে। যি নহওক, তেওঁ আহিব ইয়ালৈ। এতিয়া তুমি বা কি কোৱা ?"

মই সুধিলো, "মানে তোমাৰ··· "

মুখৰ কথা কাঢ়ি নি দিলদৰিয়াই ক'লে, "খবৰদাৰ, শাহু নকবা— ছাহু, ছাহু··· "

"বেছ, ছাহুৱেই কলো বাৰু। তেওঁ ইয়ালৈ আহিব নে মই তেওঁৰ ওচৰলৈ যাব লাগিব ?"

সেই সময়তে ময়ুৰপঙ্খীয়ে ঘৰচিৰিকা-নৃত্যম্ কৰি সোমাই আহি দিলদৰিয়াৰ হাতত ভিজিটিং-কাৰ্ড এটা দিলে। দিলদৰিয়াই তাইক ক'লে, "ইয়ালৈ মাতি আনাগৈ।" শ্যামাই আগৰ দৰেই বৰ ব্যস্ত ভাবে ওলাই গ'ল। মোৰ ফালে তাই এবাৰ কেৰাচকুৰেও নজৰ নিদিলে।

মুনিবে মোক সৰুকৈ ক'লে, "তেওঁ পালেহিয়েই। তুমি তেওঁৰ সৈতে কথা পাতি বন্দৱস্ত কৰা। দালালীৰ কথাটোলৈ বাৰুকৈ মন কৰিবা দেই। মই কওঁ তুমি অন্ততঃ দুই হাজাৰ, ডেৰ বা কমপক্ষেও এক হাজাৰ, যি পাৰা বুজিছা, তাৰ কম নকৰিবা।"

শ্যামাই যিজন ভদ্ৰলোকক লগত লৈ সোমাই আহিল তেওঁৱেই কমলা শাহু বুলি বুজিবলৈ কোনো কষ্ট নহল। মানুহজন যে, দিলদৰিয়াই আগধৰি নোকোৱা হলেও, ডাঙৰ মানুহ সেইকথা তেওঁৰ দৰ্শন পালে ভালকৈ মনিব নোৱাৰায়ো কবলৈ বাধ্য। একোটা খোজ তেওঁ দুফুট অন্তৰে অন্তৰে পেলাইছিল। তেওঁৰ একোটা খোজত এই নিনাও বাওনাৰ চাৰি খোজ হব বুলি হলফ্ কৰি কব পাৰি। তেওঁৰ দীঘল গোঁফযোৰৰ আগিলাবোৰ— নতুনকৈ পকিব ধৰা ধানৰ শীহবোৰে সোণালী বৰণ ধৰাৰ দৰে— কপলীয়া

হৈছে যদিও, ধানৰ গুৰিগছ সেউজীয়াহৈ থকাৰ দৰে তেওঁৰ গোঁফৰ গুৰি গছবোৰ এতিয়াও ক'লা হৈয়ে আছে। আগমূৰৰ চুলিবোৰ শণ সূতাৰ বং লৈছে যদিও পাছমূৰৰ চুলি বেছ ক'লা। দীঘল দাঁতবোৰে তামোলৰ পিকত জোতাৰ ব্ৰাউন-পালিছৰ লগত মিল খোৱা ৰং ধৰিছে। মুখত এটোপোলা তামোল লৈ গোঁফৰ তলৰে দাঁত উলিয়াই ( হয়তোবা হাঁহি ) অলপ দূৰতে হাত এখন দাঙি 'নমস্কাৰ' বুলি উচ্চাৰণ কৰি টেবিলৰ ওচৰত থিয় হ'লহি।

দিলদৰিয়াই প্ৰতি নমস্কাৰ কৰি ক'লে, "বহক মিষ্টাৰ ছাহু।"

অমুকাই হলফ্ কৰি কব পাৰো যে 'বালীৰ শৰে সুগ্ৰীৱৰো শৰ', তাৰমানে মই পহিলাবাৰ মুলাকাৎ কৰিবলৈ অহাৰ সময়ত দিলদৰিয়া দালাল নামটোৰ মালিকক নিজৰ মনতে যিদৰে পুংমূৰ্ত্তি এটাৰ ছবি আঁকিলৈ আছিছিলো আৰু সমুখতে মঙহৰ থুম স্ত্ৰীং মাৰ্কা মূৰ্ত্তিটো দেখি অমুকাৰ কলখোৱা ধাতু উৰি গৈ বুকুখনে কল্ধপ্ কল্ধপ্ লগাইছিল, এই শাহুৰো অবিকল সেই দশায়েই হ'ল। দৰিয়াপ কৰিলো যে মোতকৈ এওঁৰ পয়সত্তৰ নয়ে পইচে মান চৰাহে হ'ল। কিয়নো অমুকাই কেৱল অদ্বিতীয় লুধুমীৰহে দৰ্শন পাইছিলো। সেই থলত এওঁ দৰ্শন কৰিলে ডবল মূৰ্ত্তি— পুং আৰু স্ত্ৰীং। গতিকে স্বভাৱতে শাহুৰ মনত সন্দেহ ওপজিবৰে কথা যে দিলদৰিয়া দালাল বোলা জন্তু কোনটো ? এটা মাতৃ-দালালী আৰু আনটো দামুৰী-দালাল নেকি ?

কোনো কথাৰ নিষ্পত্তি কৰিব নোৱাৰাৰ বাবেই হবলা তেৰাই এবাৰ চাল-বেৰলৈ চালে। তাৰ পিছতে বৰলোকী কায়দাত যুৰীয়া হাঁচি মাৰি কমালেৰে নাকটো মচি মোৰ বাওঁফালে থকা চকীখনত বহি 'এঁ-ওঁ-ওঁ' ৰকমৰ নাকী শব্দেৰে মোৰ মুখলৈ চাই মোৰ সন্দেহৰ সত্যতা প্ৰমাণ কৰিলে। দালালে শাহুৰ কাৰ্য্য-প্ৰণালীলৈ নজৰ কৰি আছিল যদিও তেওঁৰ মনোভাবৰ সমূলি ফুট নাপালে।

কমলা শাহু মোতকৈ প্ৰায় আঢৈ ফুট আৰু দিলদৰিয়াতকৈ হয়তো ডেৰফুট ওখ হব। যেন এজোপা তালগছহে! পাতৰ সলনি তেওঁৰ মূৰত চুলি, হাতীমাৰ্কা কাণ, বাইচমিলৰ চিমনিৰ দৰে নাক, ৰিজাৰ্ভাৰৰ দৰে মুখ, বিৰিণাৰ দৰে গোঁফ আৰু অমৰামাৰ্কা চকু। কাণী আন্ধাৰত হঠাৎ দেখিলে ( ভয়াতুৰে ) ঘোঁৰাপাক বুলি চক্ খোৱাৰ সম্ভাৱনা পূৰা মাত্ৰাই আছে

যিহে গৰিলা-বাহু তাক আমাৰ মহাপুৰুষৰ ভাষাত কবলৈ হলে— আজানুলম্বিত বাহু কব পাৰি। যি ভুডালহে ঠেং, তাতে আকৌ সোমাই আছিছে লং ও নহয় একদম লংগেষ্ট পেণ্ট, যেন ভুডাল কাকিনী তামোলৰ আগছুটা লগ কৰি মাটিলৈকে কাপোৰৰ মোনাৰে ঢাকিহে থৈছে।

মোৰ ফালে এবাৰ শুভদৃষ্টি পেলাই মোৰ মূৰৰ ওপৰেৰে চিলিঙলৈ চাই তেওঁ গহীন গম্ভীৰ ভাবে কথা আৰম্ভ কৰিলে, "মই আহিছো বুজিছে মানে মই-ই বুজিছে··· ?"

তেওঁৰ মেঘমন্দ্ৰ কণ্ঠস্বৰ অমুকাৰ কাণৰ ভিতৰত প্ৰবেশ কৰাৰ লগে লগে— জুইৰ পৰা নিলগত বহি থকাৰ সময়ত মাজে মাজে একোচাটি বতাহে তাপ কঢ়িয়াই গাত উম লগাই দিয়াৰ দৰে— মোৰ ভিতৰত কিবা এটা গৰম ভাপ অনুভৱ কৰিলো। অমুকাৰ ইয়াদ হ'ল যে ই সাধু লক্ষণ সমূলি নহয় তাৰমানে ভিতৰি ভিতৰি অমুকাৰ খংটোৱে দস্তুৰমতে গুমগুমাইছে। কিয়নো মোৰ মনটোৱে ধৰি লৈছে যে এওঁ মোক দিনতে ঢুচকুখোৰা বুলিহে ভাবিলে। মই চিধাহৈ বহি আকাশলৈ চোৱাৰ দৰে তেওঁৰ মুখলৈ ওপৰমুৱাকৈ চাই টপৰাই কৈ পেলালো, "বুজিছো দিয়ক স্যাৰ, আপুনি মানে মিষ্টাৰ কমলা শাহু।"

ব্ৰাউন ৰঙৰ দীঘল দাঁত কেইটামান জেং-জেংকৈ দেখুৱাই তেওঁ উচ্চাৰণ কৰিলে, "হেঃ হেঃ হেঃ, ঠিক বুজিছে, কিন্তু বুজিছে ? শাহু নহয় বুজিছে ছাহু··· "

মোৰ খংটোৱে এবাউট্-টাৰ্ণ কৰিলে। কিয়নো তেওঁৰ কথা শুনি ডং কৰিব পাৰিলো যে তেওঁ মোক দিনতে নেদেখা বুলি ভবা নাই। হয়তোবা আকৰা অৰ্থাৎ একোকে নুবুজা কিবা এবিধ বুলিহে ধৰি ললে। এইবাৰ অলপ ভৱক দেখুৱাই কলো, "বাৰুকৈ বুজিছো, তাৰমানে আপুনি আৰু বুজাবই নালাগে দিয়ক। এতিয়া মই কওঁ, আপুনি শুনক স্যাৰ— আমাৰ এই দালালী প্ৰতিষ্ঠানৰ সৌ তেখেত মানে দিলদৰিয়া দালালদেউ মালিক আৰু এই নিনাও নগৰীয়া জেনেৰেল মেনেজাৰ, বুজিছে স্যাৰ ?"

তেওঁৰ ওপৰছোৱা তেওঁ বহা চকীখনৰ পিঠিৰ ফ্ৰেমতকৈ পূৰা এহাত দীঘলহৈ ওলাই আছিল। তেওঁ মূৰটো ওপৰমুৱা কৰি চিলিংখনলৈ চাই হয়তো ভাবিছিল যে আৰু কেইটা বছৰ হলে তালগছ জোপা বাঢ়ি তেওঁৰ মূৰটো আটালত

লাগিবগৈ পাৰে। অথবা এনেও হব পাৰে যে সৰ্ব্বসাধাৰণতকৈ তেওঁৰ মূৰে আকাশখন ফুটাই ফুফুট ওপৰলৈ উঠা বাবে তেওঁতকৈ ইতৰ মানে চাপৰ প্ৰাণী-বোৰলৈ তলমূৰকৈ নিজৰ মানৰ লাঘব কৰিব নোখোজে। কেৱল বিশেষ দৰকাৰ বুজি তাৰমানে যেতিয়া নাচালে নচলে তেতিয়াহে নজৰ পেলায় অৰ্থাৎ তেওঁ মূৰ অধোমুৱা নকৰি বায়নোকুলাৰেৰে পাহাৰৰ পৰা ভৈয়ামলৈ দৃষ্টি কৰাৰ দৰে তেওঁৰ চকুৱে সেই কাম কৰে।

মোৰ কথা শুনি কমলা শাহুৰ ভুল ভাগিল। চকুৰ নজৰ আটালৰ পৰা নমাই দিলদৰিয়াৰ মুখত পেলাই তেওঁ হাতযোৰ কৰি ক'লে, "অ' -অ' ··· হয়নেকি ? নমস্কাৰ বুজিছে ?"

দিলদৰিয়াই দাঁত মুলিওৱা মুখ জিলিকোৱা মিঠা হাঁহি দেখুৱাই প্ৰতিনমস্কাৰ কৰিলে। সেই সময়তে এজনকো কবলৈ সুবিধা নিদি মই কলো, "হয় দিয়ক স্যাৰ। এখেতে প্ৰগতিত অগ্ৰগতি হৈ, নোকৰি নকৰি, বিয়া-বাৰু বিসৰ্জ্জন দি ব্যৱসায় কৰি আমাৰ বীবাঙ্গনা সকলৰ অগ্ৰগণ্যা আৰু ধন্যা-মান্যাহে প্ৰমাণ কৰি দেখুৱাব ধৰিছে যে আমাৰ নাৰীসমাজ কোনোগুণে আন ঠাইৰ নাৰী-সমাজতকৈ··· "

তেওঁ মোৰ কথাত বাধা দি মূৰটো দিলদৰিয়াৰ প্ৰতি ঈষৎ বেঁকা কৰি সম্ভ্ৰম দেখুৱাই ক'লে, "হয় বুজিছে ? বৰ সুখ পালো বুজিছে ? এই ধৰক আমাৰ কলি বুজিছে কটাত আৰু দিল্লী বুজিছে বোম্বাই আদি ঠাইত বুজিছে···"

বতাহে নচুৱাই থকা নাৱক বঠাৰে ওলোটা চাব মাৰি পাকঘূৰণি খুৱাই দিয়া দৰে অমুকাই টালিবাজি কৰি তেওঁৰ কথাৰ নাওখনত বতাহ লগাই চাকনৈয়াত পেলাই দিলো, "এই বোৰতো আমাৰ ওচৰৰ ঠাই স্যাৰ। একদম সুদূৰ কলম্বো পৰ্য্যন্ত— তাৰমানে কিবাবোলেনে, আপুনি কলম্বোৰ নাম শুনিছে নহয় মিষ্টাৰ শাহু ?"

তেওঁ উত্তৰ দিলে, "এৰা, বুজিছে শাহু নহয়, ছাহু বুজিছে ? ক-কল্-কলম্বো বুজিছে, এৰা নাম কেলেই শুশুনিম বুজিছে ? মই বুজিছে ভাঙৰ ব্যৱসায় কৰো, আপোনাৰ তাৰমানে বুজিছে এই কলম্বো কানাডাৰ ৰাজধানী বুজিছে ?"

শাহুৰ বায়নোকুলাৰ প্ৰায় ভাগে আকাশৰ মূৱা কৰি ৰাখে বাবে মই সেই সুযোগতে মাজে সময়ে দিলদৰিয়াৰ মুখলৈ চাইছিলো। তেওঁ আমাৰ কথাত আমোদ পাই সুযোগমতে মুখটিপি হাঁহিছিল যদিও দুফে দফে চকুৰে মোক

শাসন কৰিছিল। তথাপি তেওঁৰ সেন্দুৰীয়া গাল-মুখ দেখি তেওঁ খং নকৰি আনন্দ উপভোগ কৰা বুলি প্ৰমাণ পাই অমুকাই তেওঁৰ শাসন নামানি চলাই থাকিলো।

শাহুৱে আকৌ যুৰীয়া হাঁচি মাৰি ৰুমালেৰে নাক মচিব ধৰোতে সুযোগ পাই মই চিগাৰেট এটা জ্বলাই ললো। তেৰোঁ বাওঁহাতৰ আঙুলিৰ চেপাত লৈ থকা নেভিকাট চিগাৰেটৰ ডেৰ ইঞ্চি দীঘল আধাপোৰা টুকুৰাটো জ্বলাই এহোপা লগালে।

মই কলো, "বুজিছে মিষ্টাৰ ছাহু, মিচেচ্ বান্দৰনায়িকায়ো অভিনন্দন জনাই আমাৰ দালালদেউলৈ চিঠি······"

মোক কবলৈ নিদি শাহুৱে টপৰাই মাত লগালে, "অ'-অ' হয় বুজিছে, এতিয়াহে বুজিছে মনত পৰিছে। তেওঁ মানে আমাৰ বুজিছে কলিকাতাৰ ৰাজ্যপাল। কেলেই প্ৰশংসা নকৰি বুজিছে··· ?"

হতশ্ৰীহুতীৰ অৱস্থা এইবাৰ বেজাই কাহিল হৈ পৰিল। মক্কেলৰ কথাত হাঁহি দিলে মক্কেলে অপমান পাব, গতিকে তেওঁ হাঁহিব নোৱাৰে। কিবা কথা মাজতে কৈ আমাৰ কথাত হেঙাৰ দিবলৈ গলে কথাৰ আগতে হাঁহিটোহে বন্দুকৰ গুলিৰ দৰে প্ৰথমে ওলাব। গতিকে তেওঁ উভয় সঙ্কটত পৰিল। কথাও কব নোৱাৰে আৰু পেটৰ ভিতৰৰ পৰা ৰবদৈচিলাৰ বলিয়া বেগৰ দৰে ওলাব খোজা হাঁহিৰ উকৃমুকনিটো চম্ভালিবও নোৱাৰে। নিজৰ গা বচাবলৈ হঠাতে তেওঁ থিয়হৈ পাছফালৰ দুৱাৰেৰে ওলাই নিৰাপদ ঠাইলৈ লৰ মাৰিলে। ভিতৰলৈ গৈ যে তেওঁ কাহি কাহি হাঁহিৰ আৰাজটো আমাৰ কাণত পৰিব দিয়া নাই সেই কথা অমুকাৰ চমজিবলৈ টান নহ'ল।

ইপিনে মোৰ নিজৰ অৱস্থাও তথৈবচ। তাকে ভাবিয়েই মই আহিলা স্বৰূপে আগধৰি চিগাৰেট জ্বলাই লৈছিলো। তাকেই সম্প্ৰতি কামত খটুৱালো তাৰমানে দীঘলকৈ টান মাৰি কাহ উঠিল। শাহুৱে আকৌ যুৰীয়া হাঁচি মাৰিলে।

মুনিবে ভিতৰতে পাৰেমানে হাঁহিৰ থৈলাথন উদং-কৰিবলৈ চকু-মুখ ফুলাই থমথমীয়া ভাব ধৰি ভিতৰ সোমাই আহিব ধৰোতে চকুৰে মোক শাসন কৰি আহিল। ৰিভলভিং চকীত বহি তেওঁ ঘূৰি পাছফালে থকা দাপোনত চেহেৰাখন চাই মুখত পাৰদাৰ আৰু ওঠত লীপ্‌ষ্টিক ঘঁহিবলৈ ধৰিলে।

সেই সুযোগতে মই চকু-টিপ্ মাৰি কমলা শাহুক দালালৰ সৈতে কথা পাতিবলৈ নির্দেশ দিলো। কেৰ্কেৰ্ কৰে চকীৰে সৈতে ঘূৰি মুনিবে আমাৰ মূৱা হোৱাত শাহুৱে চকুৰ নজৰ ডেৰইঞ্চি নমাই দিলদৰিয়াৰ মুখলৈ চাই ক'লে, "মই আপোনাক বুজিছে, অথনি টেলিফোনেৰে তাৰমানে বুজিছে… "

বেছি কথা শুনিলে হাঁহি উঠিব বুলি আশঙ্কা কৰি মুনিবে তেওঁৰ কথাৰ মাজতে ক'লে, "আপুনি অথনি কোৱা কথা মোৰ মনত আছে মিঃ ছাহু। পিছে কথা হ'ল কি জানেনে, আমি বিয়া পাতি দিয়া ঘটকহে, বিয়া ভঙা কাম আমি আজিলৈকে কৰা নাই। ইপিনে আমাৰ প্রতিষ্ঠানৰ ব্যৱসায়ৰ কাম অতিপাত বাঢ়িছে, কর্মচাৰীয়ে দিনে নিশাই কাম কৰিও শেষ কৰিব নোৱাৰা অৱস্থা হৈছে… "

সেইকথা শুনি শাহুৱে স্বীকাৰ কৰিলে যে অফিচত কাম কৰি থকা ছোৱালীজনী ইমান ব্যস্ত যে তেওঁ মূৰ দাঙি এবাৰ কথা পাতিবলৈও সময় নাপায়, এনেকি কোনো প্রশ্নৰ উত্তৰো নিদি ভিজিটিং কার্ডখন হাতত লৈয়েই ইয়ালৈ লৰ মাৰিছিল। এইখিনি কথা কবলৈ অৱশ্যে তেওঁ 'বুজিছে' শব্দৰ অসংখ্যবাৰ ফোৰণ দিছিল আৰু এবাৰ যুবীয়া হাঁচিও মাৰি নাক মচিছিল। মই মূৰটো কুৰি ডিগ্রী ওপৰমুৱা কৰি তেওঁৰ কথা শুনি থাকিলো।

মানুহজন যে বৰলোক এই কথা দিলদৰিয়াই আগধৰি নোকোৱা হলেও সম্প্রতি অমুকাই আটাহ পাৰি কব পাৰো। তদুপৰি এই কথা হলফ্ কৰি কব পাৰো যে সকলো চকু-থকাই তেওঁক দেখিলে মোৰ কথা স্বীকাৰ কৰিবলৈ বাধ্য। তেওঁৰ চলন-ফুৰণ, ভাব-ভঙ্গী, কথাৰ কায়দা আদি তামাম তেওঁৰ নিজস্ব সম্পত্তি আৰু উচ্চ খাপৰ। সৰল কথাৰে কবলৈ হলে, তেওঁ — যাকবোলে চুৱা-পাতনীলৈ চাই চকু চুৱা নকৰাৰ দৰে তলমুৱাকৈ সৰু-সুৰা সকলোলৈ চাই তেওঁৰ ডাঙৰ চকু সৰু নকৰে। তাৰ উপৰিও জগৎখনত কোনোবাই নগৰপাল-শিশুপাল-মহীপাল-ৰাজ্যপাল-গোপাল আদি বনি গ'লেও সেইবোৰৰ খা-খবৰৰ জাবৰ জমা কৰি ৰাখি তেওঁৰ উদাৰ, বহল আৰু মুকলি মনটো ঠেক আৰু ধোবাৰ গাধাৰ দৰে ভাৰবাহী নকৰে।

দিলদৰিয়াই কোমল কণ্ঠেৰে ক'লে, "শুনিছে মিঃ ছাহু, এওঁ আমাৰ জেনেৰেল মেনেজাৰ নগৰীয়া। অথনি যে ফোনত আপোনাক কৈছিলো যে প্রতিষ্ঠানৰ সকলো কামৰ ব্যৱস্থা এওঁ কৰে বুলি, মনত আছে নিশ্চয়? এতিয়া এওঁৰ

আগত আপুনি সকলো কথা বিবৰি কওক। এওঁক কোনো বুদ্ধি শিকাব নালাগে। এওঁক দেখাত চুটি-চাপৰ দেখিছে যদিও বুদ্ধিৰে এওঁ তিনি যুৰীয়াকো চেৰ পেলাব পাৰে, জানিব। এওঁ আমাৰ জেনেৰেল মেনেজাৰ হোৱা দিনধৰি ব্যৱসায়ৰ আশাতিৰিক্ত উন্নতি হৈছে ..... ”

কেইমিনিটমান আগেয়ে দিলদৰিয়াক মই যি প্ৰশংসাৰ টনিক খুৱাই দিছিলো সি ‘ডবল-মাৰ্টিনি’ৰ নিচাৰ দৰেই কাম কৰিলে। অৱশ্যে তেওঁৰ কথাটো মিছা নহয়; তাৰমানে যদিও মোৰ চাকৰিৰ আজি দ্বিতীয়দিন তথাপি প্ৰথম দিনাই যে ব্যৱসায়ৰ আশাতিৰিক্ত টকা আমদানি কৰি উন্নতি কৰি দিছো সেইকথা সঁচা।

“অ’ হয়নেকি বুজিছে ?” শাহুৱে আকৌ যুৰীয়া হাঁচি মাৰিলে।

এই যুৰীয়া হাঁচিও মানুহজনৰ বৰলোকী মেজাজৰ এটা অন্যতম প্ৰমাণ যদিও মই কিবা এটা মতলব কৰি সুধিলো, “হয়নে স্যাৰ, আপোনাৰ হবলা বৰকৈ পানী লাগিছে ?”

“অ’ হয় বুজিছে, নহয় বুজিছে, পানী লগা নাই। মোৰ কি হৈছে বুজিছে, জানিবলৈ ডিব্ৰুগড়, কলিকটা কিমান ডাক্তৰে চাই চিন্তি বুজিছে, একোকে নুবুজি··· ”

মই কলো, “পেনিচিলিন ইনজেক্‌শ্যন বহুৱালে ?”

তেওঁ উৎসাহিতহৈ ক’লে, “এৰা বুজিছে। আপুনি পিছে কেনেকৈ বুজিলে ? কত লাখ লাখ পেনি বুজিছে চিলিন আৰু কিমান টনিক, ভাই-টা-মীন বুজিছে গিলালে আকৌ কিমান বাৰ যে এক্স অৰ্থাৎ ৰে ( X-Ray ) কৰিলে বুজিছে ? পিছে কি কম বুজিছে, কাৰো কথা কাৰো লগত তাৰমানে বুজিছে নিমিলে। কোনোবাই কয় কেন-ছাৰ বুজিছে হোৱা বুলি, কোনোবাই কয় পোলি-পাছ হোৱা বুলি, কোনোবাই বুজিছে কয় ব্লাড-প্ৰেছাৰ, কোনোবাই লী-ভৰ আকৌ এজনে বুজিছে কৈছে কৰ্ণাৰ-ট্ৰাম-বাছ হোৱা বুলি। পিছে কথাটো কি জানেনে মিষ্টাৰ কি বুজিছে······ ?”

মই কিবা কৈ হাঁহি তুলি দিম বুলি ভাবি ভয়তে হতশ্ৰীহতীয়ে ক’লে, “নগৰীয়া।”

“অ’ হয় বুজিছে নগৰীয়া, পাঁচ হাজাৰ বুজিছে নগদ খৰচ কৰিলো, পিছে যি বুজিছে সেইয়ে বুজিছে থাকিল। কিন্তু এটা কথা বুজিছে যেতিয়াই কোনো এজন ডাক্তৰে পৰীক্ষা কৰি বুজিছে চায় সেই দিনাৰ পৰা বুজিছে, ভয়তে নে

কিহতে জানো দুদিনলৈ বুজিছে হাঁচিটো” বুলি আকৌ যুবীয়া হাঁচি মাৰি ক’লে, “পলাই পতং দিয়ে। তাৰ পিছতে বুজিছে আকৌ··· ?”

হৃতশ্ৰীহৃতীয়ে সহামুভূতি দেখুৱাই পুং শাহুক পুতৌ কৰি ক’লে, “আচৰিত কথা, শুনিছে মিষ্টাৰ ছাহু, নিশ্চয় কোনোবা কিবা অপদেৱতাই আপোনাৰ··· বাৰু কওকচোন, কামাখ্যা আৰু নবগ্ৰহত কিবা পূজা আদি কৰিছিল নে? এইবোৰ ডাক্তৰে ভাল কৰিব নোৱাৰে। আমাৰ গাৱঁলীয়া ওজা-বেজ আদিয়েহে খেদিব পাৰিব। চয়তানটোৱে ডাক্তৰ দেখিলে ভয়তে ফাইড’ মাৰে আৰু ঘৰলৈ আহিলে আকৌ নাকত সোমায়।”

মই আহিবৰ পৰায়েই তেওঁৰ ৰেহৰূপ চাই আছিলো। হঠাতে মোৰ কূটবুদ্ধি এটাই নতুনকৈ ধাৰ দিয়া ক্ষুৰৰ দৰে চোকাহৈ কাণ-মূৰ জোকাৰি উঠিল। মই কমলা শাহুক কলো যে মই কিবা কেইটামান গৱেষণাৰ কাম কৰিব ধৰিছো। এতেকে তেওঁৰ এই ৰোগটোৰ বিষয়ে এবাৰ পৰীক্ষা কৰি চাম। তেওঁক মই খিৰিকীখনৰ ওচৰলৈ মাতি নি তেওঁৰ নাকৰ ভিতৰখন চাবলৈ চেষ্টা কৰি দেখিলো যে খেজুৰ গছৰ আগত আঁৰি থোৱা টেকেলী তলৰ পৰা দেখাৰ দৰেহে নাকটো দেখা যায়। গছত উঠিলে টেকেলীৰ ভিতৰত কি আছে তাক নেদেখাৰ দৰে, শাহুৰ নাকত কি জন্তু আছে মোৰ দৰে বাওনাই দেখা সম্ভৱ নহয়।

হঠাতে দিহা এটা পাই চকী এখন আনি মই তাৰে ওপৰত থিয়হৈ তেওঁৰ নাকৰূপী ভলুকা বাঁহৰ ফোপোলা চুঙা দুটাত কিবা এটা দৰ্শন কৰি নিজৰ মনতে গালো, ‘হে নেৰিয়াৰ পিতলৰ গোসাঁই’ — কিয়নো চাইকেলৰ স্পোকে গুৰিতে ভাঁজ এটা লোৱাৰ দৰে তেওঁৰ গোঁফৰূপী স্পোক এডালে গুৰিতে ভাঁজলৈ তেওঁৰ বাওঁফালৰ চুঙাৰ ভিতৰলৈ সোমাই গৈছে॥

এতিয়া অমুকাই চৰ্মজ্ঞি গলো যে ডাক্তৰে পৰীক্ষা কৰাৰ সময়ত এওঁৰ স্পোকডাল চুঙাৰ পৰা উলিয়াই তাৰ ভিতৰখন পৰীক্ষা কৰি একোকে নাপায়। সেইবাবে প্ৰত্যেক বাৰ পৰীক্ষা কৰাৰ পিছত দুদিনলৈ হাঁচি উঠে। তেওঁক আটাললৈ চাই থাকিবলৈ কৈ মই জেপৰ পৰা পেঞ্চিলডাল উলিয়াই আনি দিলদৰিয়াই কোৱা চয়তানটোক চুঙাৰ পৰা উলিয়াই আনি আঙুলিৰে টানকৈ টিপি ধৰি ডেন্টিষ্টে দাঁত তোলাৰ দৰে একে আজোৰতে উঘালি আনি মোৰ জেপত সুমাই চকীৰ পৰা নামিলো।

তেওঁ চকখাই "উস্ ৰাম, মৰিলো বুজিছে ?" উচ্চাৰণ কৰিলে।

মই কলো, "বুজিছো দিয়ক, মৰা নাই বৰং এতিয়াৰ পৰা ৰক্ষাহে পৰিল আৰু হাঁচি মুঠে।"

দুয়োজনে আকৌ আগৰ ঠাইত বহিলোহি। তেওঁ গোঁফযোৰত হাত বুলাইদি ক'লে, "বুজিছে, যদিহে আৰু হাঁচি মুঠে তেনেহলে আপোনাক বুজিছে মই ভাল ৰকমে বুজিছে পুৰস্কাৰ ·· "

বাধা দি মই কলো, "বুজিছো দিয়ক স্যাৰ। পিছে মোক এক নয়া পইচাও দিব নালাগে। মই প্ৰতিষ্ঠানৰ নোকৰ। গতিকে মোৰ ডিউটীৰ সময়ত যি লাভ-লোকচান হয় সেইবোৰ মোৰ মুনিবৰ।" মই এইদৰে কোৱা শুনি শাহুৰ বায়নোকুলাৰ হতশ্ৰীহতীৰ মুখলৈ ঘূৰিল।

মোৰ কথা শুনি দিলদৰিয়াৰ দিলত যে ভাদমহীয়া লুইতৰ দৰে দৰদ উপচি উঠিছিল তাক তেওঁৰ মুখৰ চন্দ্ৰিকা দেখি ইয়াদ হ'ল। তেওঁ নিশ্চয় উঠি আহি মোক চুমা খাই গাল-মুখ লীপ্‌ষ্টিকেৰে পখৰা কৰি দিলে হেঁতেন। শাহুৰ আগত সেই কাম কৰিব নোৱাৰি ক'লে, "মিষ্টাৰ ছাহু, মই দালালী প্ৰতিষ্ঠানৰ মালিক। মই কওঁ শুনক, আপুনি পুৰস্কাৰ পোনেই তেওঁৰ হাতত দিয়াব নিয়ম নাই। মোৰ হাতেৰে দিয়াব পাৰিব। সেই কথা আপুনি জানে। শুনিছে মিঃ ছাহু, আপুনি পাচ হাজাৰ টকা পানীত পেলায়ো ৰোগৰ হাত সাৰিব পৰা নাই। আমাৰ নগৰীয়াই আপোনাৰ বহুদিনীয়া পোহনীয়া ৰোগ তিলেকতে ভাল কৰি দিলে। সেই শক্তি তেওঁৰ আছে। এওঁক আপুনি সাধাৰণ বুলি নাভাবিব , আজি কেবা বছৰো ধৰি ভাত পানী এৰি এওঁ কেৱল গৱেষণাৰ কামহে কৰি আছিল। গতিকে তেওঁৰ প্ৰতিভা বহুমুখী। মই গেৰেণ্টি দিলো যে আজিৰ পৰা আপুনি ৰোগৰ হাত সাৰিল। এতেকে এওঁক মানে আমাৰ প্ৰতিষ্ঠানক আপুনি·· ·· "

তেওঁৰ মুখৰ কথা কাটি আনি মই কলো, "হাজাৰ টকা দিলেই হব।"

মই কোৱা সংখ্যাটো শুনি দিলদৰিয়াৰ চকু চেলাউৰিত লাগিল। তেওঁ নিশ্চয় এশমান ক'লেহেঁতেন। সেই কথা দৰিয়াপ কৰিহে অমুকাই হাই-জাম্প মাৰি তেওঁক চেৰাই গলো। ইপিনে শাহু-বাবাৰ মুখলৈ চাই মালুম হ'ল যে তেওঁৰ ববমুখ পোহৰহে ব্ৰাউন ৰঙৰ দীঘল দাঁত দেখুৱাইছে। তেওঁ ৰংমনেৰে কথা দিলে যে আজিৰ পৰা এসপ্তাহলৈ যদি হাঁচি মুঠে তেনেহলে তেওঁ নিজে আহি এহাজাৰ টকা দি যাবহি।

# পাঁচ

দিলদৰিয়া দালালে ক'লে, "এতিয়া আচল কথালৈ আহোঁক, মিঃ ছাহু। আপোনাৰ ল'ৰাৰ বিয়া ক'ত বন্দৱস্ত কৰিছিল? কেলেই বিয়া নকৰোৱা হ'ল? আমি কি কৰিব লাগে সকলো কথা বিবৰি কওক। মই আগধৰিয়ে আপোনাক কৈছো নহয় যে আমাৰ দালালী প্ৰতিষ্ঠানৰ কাম অতিপাত বাঢ়িছে। যদি আমি ইয়াৰ মাজতে আপোনাৰ কামটো হাতত লব পাৰো তেন্তে নিশ্চয় লম,' নহলে আপুনি আন ব্যৱস্থা কৰিব।"

চতুৰী দিলদৰিয়াই চাতুৰী কৰি যে নিজৰ নেজডাল আকাশত লগাই প্ৰতিষ্ঠানৰ মূল্য বঢ়ালে সেইকথা চমজিবলৈ অমুকাৰ সমূলি পলম নালাগিল। আনপিনে কমলা শাহুৰ মুখলৈ চাই তেওঁৰ শেতাপৰা চেহেৰা দেখি তং কৰিলো যে তেওঁ হতশ্ৰীহতীৰ কথা সঁচা বুলি ভাবি নাৰ্ভাচহৈ পৰিছে। তেওঁৰ কথাতে তাৰ প্ৰমাণো পালো।

শাহুৱে সেপ ঢুকি ক'লে, "নহয় বুজিছে মিষ্টাৰ······"

মই শুদ্ধ কৰি দিলো, "মিচ্ দালাল।"

"অ' হয় মিচ্ বুজিছে দালাল, মই মানে বুজিছে মই বৰ আশা কৰি বুজিছে আহিছো। আপুনি বুজিছে মোৰ কামটো যেনে বুজিছে তেনে মতে কৰি দিবই লাগিব বুজিছে? এতিয়া মই কওঁ বুজিছে, শুনক···"

তেওঁৰ বুজিছে শব্দৰ ,আথৈফুল ইমান বেছিকৈ ফুলিব ধৰিলে যে তাকে দেখি আমাৰ কোনোবা ঢেঁকীয়া কবিৰ লেখিয়াকৈ অমুকাৰো,পেটত কবিতা কেফাকিমানে উতলত তলওপৰ কৰা আধাসিজা দাইলৰ দৰে কিবা নৃত্যমৰ ছেওত ঘটমটাবলৈ ধৰিলে—

> "শাহু-পুৰুষ যেন তালগছহে মূৰ চাপৰি নাহে।
> নিজে সুবুজি লোকক বুজায়, বুজিছেৰ ভেলত ভাহে॥"

নামৰ গাজিৰ সৈতে মিল নোখোৱা জলকীয়াৰ গুটি কেতবোৰ মাহ-চাউলৰ লগত মিলাই দি সুখাদ্যকো অখাদ্য কৰি কোনোবাই খোৱাৰ নিচিনা, বৰমানুহ শাহু ডাঙৰীয়াই বুজিছেৰ বুৰ্‌বুৰনিৰে সৰল কথাবোৰ দুৰ্বোধ্য কৰি যি ক'লে তাৰ সাৰমৰ্ম্ম এই— যে, তেওঁৰ পহিলা বংশধ্বজ অৰ্থাৎ কমলা নন্দন শাহু। (কমলা শব্দটো কলমেহে আগুফালে বহৱাই দিলে দেই,

আচলতে নামটো নন্দন।) সি অৰ্থাৎ নন্দন শাহুৱে সাহ কৰি পৰীক্ষাৰ জুইত জাপ নিদি 'অন্দৰ-গ্ৰেজুৱেট' অৰ্থাৎ অন্দৰ মহলতে গজাননহৈ বাপেকৰ ওপৰত 'গ্ৰাজ'কৰি গণ্ডগোল কৰি থকাৰ আজি চাৰি বছৰ হ'ল। ধুনুমাৰি ধুনীয়াহৈ ধুমধামকৈ ধন ভাঙি ধুমকেতুৰ দৰে ধিতিঙাহৈ ঘূৰি ফুৰে। ভৰিৰে বল খেলি মুখেৰে গ'ল খাই পেটৰ বিষ তুলি পৰি থাকে। 'চিনেমা নেজাল তৰা' হবলৈ গৈ 'চিনিলা-মোক' কৰি অৰ্থাৎ ইণ্টাৰভিউ দি উলটি আহে— নেজ নগজে। থিয়েটাৰত অভিনয় কৰিবলৈ গৈ ৰজাৰ সলনি লগুৱাৰ ভাওলৈ মুখৰ ক'লাৰং তিনি দিনলৈ তিন্-নাচ নাচে। এইবোৰ হ'ল তাৰ খাচ্ খিদমৎ।

ইয়াৰ বাহিৰে কমলা শাহুৰ মানে গৃহস্থীৰ কামত তাক লগাই দিলে সি নিজ খেয়াল মাফিক খোচ মেজাজত চলি তামাম বৰবাদ কৰি দিয়ে। যেনে, মাটি-বাৰী চোৱামেলা কৰিবলৈ তাক পামলৈ পঠিয়ালে সি ধানত পাৰি ৰায়তৰ পঠা-খাহী আনি পেটুৱা-গোসাঁইৰ পূজা কৰে। খাজানা আদায় কৰি টকাৰ বাজনা মাৰি বাজে খৰচ কৰি বাহাদুৰি দেখুৱায়। কাঠৰ মহললৈ তাক পঠালে সি বাঘৰ ভয়ত পহু নেখেদি গাহঁৰ গাহৰি গুলিয়াই মাৰি খাই পইচা ভৰে। গুৱাহাটীৰ ব্যৱসায় শিকিবলৈ দিলে সি মেনেজাৰৰ কামত বেমেজালী লগাই নিজৰ বিদ্যা জাহিৰ কৰে।

এইবোৰ কাৰণে এওঁ মানে কমলে নন্দনক কোনো কামৰ ভাৰ নিদিয়ে। টকা-পইচা চুবহে নালাগে চাবও নিদিয়ে। অগত্যা ডাঢ়িত লগা আৰি মাছৰ দৰেহে নন্দনে মাকক বন্দনা কৰেগৈ। মাকৰ পাছে পাছে ঘূৰে, কাণৰ কাষত গুণ্‌গুণায়-ভুনভুনায়— যাৰ ফলত মাকৰ মন—ৰ'দত থোৱা ঘিউৰ দৰে— চেনেহতে গলি তেলতেলীয়াহৈ পৰে আৰু নানান অজুহাত দেখুৱাই, হাতলৰ কৰি আৰু তৰপে-তৰপে টালিবাজি কৰি মাকে গিৰিয়েকৰ পৰা ধন নি পুতেকৰ মন যোগায়। কমলা শাহুৱে কিন্তু নিজৰ মেহনতৰ ধন মাক-পুতেকৰ মৰ্জি মাফিক খৰচ কৰিবলৈ দিয়াৰ মতলব নকৰে।

কালি গধূলি পৰতহে কমলা শাহুৱে গম পালে যে নন্দনে তলে তলে শিলঘাটৰ সদাশিৱ সাধুৰ ছোৱালীক ডোল লগাই অৰ্থাৎ আঙঠি পিন্ধাই থৈ আহিছে। পৰহিলৈ বিয়া। কালিৰ পৰা নন্দনৰ মাকে নেৰোপানীহৈ লাগিছে যে বিয়াখন হবই লাগিব। কিন্তু কমলাই ভাবে যে পুতেকে — ঘোঁৰাক

চেৰাই ঘঁাহ খাবলৈ যাব খোজাৰ দৰে— বাপেকক বেপৰোৱা কৰি বাপেকৰ টকাৰেই বেইমানে বিয়া কৰাই আনিলে তেওঁৰ মান সম্ভ্ৰম বৰবাদহৈ যাব। তাকে ভাবি তেওঁ টিপিটাপি চাই টালিবাজি কৰি ঘৈণীয়েকৰ আগত নানান ৰকমে টগবৰগৰ কৰিও মূৰপোলোকা মাৰিব নোৱাৰি মূৰকত ঘটক ধৰিবলগীয়া হ'ল। তাতো আকৌ লেঠা, তাৰমানে যিমানবোৰ ঘটক পালে সকলোৱে বিয়া পাতি দিয়া ঘটকহে, বিয়া ভাঙি দিয়া কোনো নোলাল। অৱশেষত তেওঁৰ মন্ত্ৰী অৰ্থাৎ মন্ত্ৰনাদাতা আৰু শাহুৰ সকলো ব্যৱসায় চলোৱা সোঁহাত স্বৰূপ মেনেজাৰে মনে মনে মন্ত্ৰনা দিলে যে বিখ্যাত দালালী প্ৰতিষ্ঠানে ঘটকৰ কামৰ উপৰিও হৰেক ৰকমৰ দালালীৰ কাম কৰে। গতিকে একমাত্ৰ তেওঁলোকেহে বিয়াখন বাতিল কৰি দিব পাৰিব।

ইমান খিনি কোৱাৰ পিছত হঠাতে মই আপত্তি কৰি কলো, "ক্ষমা কৰিব মিষ্টাৰ শাহু··· "

তেওঁ আচৰিতহৈ চকুৰূপী বায়নোকুলাৰ যোৰ আটালৰ পৰা মোৰ মুখলৈ ঘূৰাই ক'লে, "ছাহু কব বুজিছে? আপোনাৰ নাকত বুজিছে কি হ'ল?"

তেওঁ যে বৰলোক তাৰ অন্যতম প্ৰমাণ পোৱা গ'ল, তাৰমানে ইমান পৰলৈ তেৰাই নিমাখিতৰ মুখলৈ চোৱাই নাছিল। মই উত্তৰ দিলো, "কওঁ শুনক স্যাৰ, মোৰ নাকটো তিলফুলৰ দৰে নাছিল বাৰে মুখৰ ৰূপ কাৰ্ত্তিক সমান হোৱা নাছিল। গোসাঁনী পূজাত নাৰায়ণী মাৱ সন্তুষ্টহৈ বৰ দি অপাৰেশ্যন কৰি দিছে। প্ৰথম তিনিটা দিন ধুতুৰাফুল হৈ থাকি চতুৰ্থ দিনৰ পৰা তিলফুলত পৰিণত হব।"

"অ' হয় নেকি বুজিছে?" কমলা শাহুৱে ক'লে, "মোৰে এই হাঁচিটো বুজিছে?"

"নিশ্চয় বুজিছো, বুজিছে স্যাৰ?" তেওঁৰ ভাষাকে নকল কৰি ভাও দিলো, "তাৰমানে বুজিছে, আই গোসাঁনীয়ে কৃপাকৰি বুজিছে আপোনাৰ বেমাৰটো বুজিছে ভাল কৰি দিলে। আজিৰ পৰা বুজিছে আপোনাৰ হাঁচি আৰু নুঠে।"

এৰা বুজিছে অথনিৰ পৰা হলে উঠা নাই বুজিছে। ভাল হলে বুজিছে হাজাৰ টকা নিশ্চয় মই বুজিছে··· ?"

মই কলো, "ধন্যবাদ স্যাৰ, মই বুজিছো। এতিয়া কামৰ কথা মই কওঁ

শুনক, "আমি ঘৰপতা দালাল, ঘৰভঙা নহয় বুজিছে ? এতেকে আমাক ক্ষমা কৰিব স্যাৰ, আমি ঘৰ ভাঙি দি মহাপাতকত পৰিব নোৱাৰো।"

মোৰ কথা শুনি হতশ্ৰীহতীয়ে তীহ্‌তিহাই উঠি চকুৰে অগ্নিবাণ মাৰি পঠিয়ালে কিন্তু তেওঁৰ শৰে মোক ঘাইল কৰিব নোৱাৰা দেখি কিবা কবলৈ মুখ মেলিব খোজোতে মই চকুৰ ইসাৰাতে অমুকাই মুনিবক ওলোটা শাসন কৰি মনে মনে থাকিবলৈ নিৰ্দ্দেশ দি মনত পেলাই দিলো যে বন্দৱস্ত কৰাৰ ভাৰ অমুকাৰ। মোৰ কথাৰ মাজত মাতিবলৈ তেওঁৰ কোনো স্বত্ব নাই।

ইতিমধ্যে কমলা শাহুৰ চকুলৈ মই ওপৰমুৱাকৈ চাই দেখিলো যে তেওঁৰ বায়নোকুলাৰে মোৰ চকুৰ টেৰিমেৰি পাক সমূলি নেদেখে। আকৌ দেখা হলে শাহুইহে নালাগে শাহুৰ শাহুৱেকেও ( যদিহে এতিয়াও মৰা নাই ) তাক বুজিব নোৱাৰে।

তেওঁ হঠাতে এবুকু পানীত পৰা মানুহৰ দৰে গলগলিয়া মাতেৰে ক'লে, "নহয় বুজিছে, মই বৰ বুজিছে, বৰ…… "

মই কলো, "বুজিছো স্যাৰ, বৰ আশা কৰি আহিছে কিন্তু আমাৰ ফালৰ পৰা কওঁ শুনক মিঃ ছাহু। আপোনাক সহায় কৰিলে আমাৰ পাপ তো লাগিবই তদুপৰি ইমান কম সময়ৰ ভিতৰত আপোনাৰ বিয়াখন ভাঙি… "

তেওঁ আপত্তি কৰি ক'লে, "মোৰ বিয়া নহয় বুজিছে, মোৰ মানে বুজিছে… ?"

"বুজিছো নন্দনৰ।" মই কলো, "কিন্তু কামটো আপোনাৰ নহয় জানো ? এতিয়া শুনক, আপোনাৰ কাম কৰিবলৈ গলে আমাৰ প্ৰতিষ্ঠানৰ কিছুমান কাম বন্ধহে দিনে নেহাত পক্ষেও ডেৰ-দুই হাজাৰ টকাকৈ লোকচান হব। আজিৰ পৰা পৰহিলৈ এই তিনি দিনত… "

মই চমকি গলো যে অমুকাৰ টেৰাবেঁকা কথাৰ মেৰপেচ এতিয়াহে দিলদৰিয়াই বুজিব পাৰি আনন্দতে তেওঁৰ গালমুখে সেন্দুৰীয়া বৰণ ধৰিলে। সমুখতে শাহু বহি থকা বাবে উঠি আহি মোৰ ডিঙিত ধৰি চুমা খাই মৰম কৰিবলৈ সুযোগ নাপালে। মোৰ নাকটোৱে মোক বাৰে বাৰে বৰ ব্যথা দিছিল। এনেহে লাগিছিল যে হতশ্ৰীহতীয়ে একোবাৰ উঠি আহি যেন একোটাকৈ কামোৰ মাৰি দিছিলহি। মোৰ শুঙৰ ভমকটোৱে তীহ্‌তিহাই উঠি পেটৰ পৰাগৈ মূৰত ভৰ কৰিছিল যদিও মোৰ চপনীয়া নেৰিয়াবামৰ

উপদেশ মানি যাৰ লোণ খাইছো তাৰ গুণ গাবলৈ নাকটোৰ লগতে লাগিলে কাণ দুখনবো লতিজুটা উচৰ্গা কৰিবলৈ দৃঢ় সংকল্প লৈছো।

কমলা শাহুৱে বাৰুকৈ বুজিলে যে তেওঁ আমাৰ পৰা বিদায়লৈ গলে তেওঁৰ মতলব ফলবতী কৰাৰ আন কোনো পথ নাই। এপিনে যেনেকৈ তেওঁৰ টকা-পইচা আৰু হটঙা শৰীৰৰ গৰম আনপিনে সেইদৰে পুতেকৰ ওপৰত জ্বলা ক্ৰোধাগ্নিৰ তীব্ৰ তাপ। এই ডবল গৰমত পৰি তেওঁৰ মইবৰ মনে গোঁ-গোঁৱাই উঠি নিশ্চয় দৃঢ়-সংকল্প লৈছে যে তেওঁৰ মেজাজ মাফিক কাম হবই লাগিব। মোক তিনি দিনৰ হিচাবটো কৰলৈ সুবিধা নিদি কথাৰ মাজতে তেওঁ মাত লগালে, "বুজিছে, মিষ্টাৰ বুজ··· "

"নগৰীয়া।" মই মনত পেলাই দিলো।

"অ' হয়, নগৰীয়া বুজিছে ?"

মই কলো, "বুজিছো দিয়ক।"

"কি বুজিছে ?"

"আপুনি যি কৈছে।"

"নাই বুজিছে, আপুনি একোকে বুজা নাই বুজিছে ?" তেওঁ ক'লে। মই কিযে মাতিম ভাবি নাপাই নিমাতহৈ তেওঁৰ মুখলৈ চালো। শাহুৱে বৰ যতনেৰে তেওঁৰ উলূৱনি যেন গোঁফযোৰত পাক দিবলৈ ধৰিছিল। দুয়ো-ফালৰ জোং দুটা গালৰ ওপৰলৈ গোনাম'হৰ শিং যেন কৰি তুলি 'হাম বৰা' পেটাৰ্ণত ৰাখি বায়নোকুলাৰৰ নজৰ মোৰ মুখত পেলাই ক'লে, "মই কওঁ বুজিছে, মানে বুজিছে মই আপোনাৰ কোম্পানীৰ বুজিছে নকৰো, মানে বুজিছে ?"

মই টপৰাই উত্তৰ দিলো, "আলবৎ বুজিছো স্যাৰ, আপুনি আমাৰ কোম্পানীৰ বুজিছে নকৰে মানে কাম নকৰে।"

"এহ্ নহয় বুজিছে একো বুজা নাই। বুজিছে মানে লোকচান বুজিছে নকৰো।"

দিলদৰিয়াই মুখ ঘূৰাই হাঁহিলে। মই নিমাতহৈ থাকিলে হাঁহি উঠিব ভাবি সুধিলো, "বাৰু কওকচোন মিষ্টাৰ শাহু··· "

"ছাহু বুজিছে ?"

"হয় স্যাৰ ছাহু, বাৰু কওকচোন" মই সুধিলো, "আপুনি কেলেই নিজৰ ল'ৰাৰ মূৰত বাম টাঙোন মাৰিব খুজিছে ?"

দুখমনেৰে তেওঁ উত্তৰ দিলে, "এঃ নকৰ বুজিছে ?"

"নকওঁ বাৰু ।" লগে লগে মই মাত লগালো ।

দিলদৰিয়াৰ বিভল্ভিং চকীয়ে কেৰ্‌কেৰাই কান্দি উঠিল। তেওঁ মুখ ঘূৰাই হাঁহিলে বুলি চমজিব পাৰিলো। অমুকাৰ সেই সুবিধা নাই।

শাহুৰে তেওঁৰ পুতেক নন্দনৰ বিষয়ে এনেকুৱা গোটাচাৰেক গুণৰ কথা যাক বাইজৰ কাণত পেলাই তেওঁক — তালগছ কাটি নৰ্দ্দমাৰ ওপৰত পাৰি দিয়া সাকোৰ নিচিনা — ৰাইজৰ ভৰিৰ তলত পেলাব নোৱাৰো। অৱশেষত তেওঁ ক'লে যে মই কোৱামতে দিনে ডেৰ হাজাৰকৈ ( মই কোৱা 'দুই'টো পাহৰিলে ) ধৰি তিনি দিনৰ বাবে চাৰে চাৰি হাজাৰ টকাৰ লগতে আকৌ পাঁচ শ যোগ কৰি মুঠতে পাঁচ হাজাৰ টকা আমাক আগধৰিয়ে মানে এতিয়াই দিব। তেওঁৰ কামটো হলে কিন্তু কৰি দিবই লাগিব। তেওঁ জেপৰ পৰা চেকবহী উলিয়াই ললে।

টকাৰ সংখ্যাটো শুনি হৃতশ্ৰীহতী দালালে হয়তো আসমানত উঠিল। তেওঁ লোভাতুৰ নয়নেৰে কমলা শাহুৰ চেক-বহীলৈ একেথিৰে চাই থাকি মাজে মাজে দুই এবাৰ প্ৰশংসমান দৃষ্টিৰে মোৰ মুখলৈও চালে। অমুকাই হলফ্ কৰি কব পাৰো যে পাঁচ হাজাৰৰ এই চেকখন আৰু তেওঁৰ তাবেদাৰ নিনাও নগৰীয়াৰ ওজন, আমাৰ মুনিবৰ মনত একে সমান আৰু আদৰৰ বস্তু। ততালিকে উভয়কে নি যেন তেওঁৰ বুকুৰ মাজতে সুমাই ৰাখিব···

চেকখন লেখি কমলা শাহুৱে এবাৰ ভালকৈ পঢ়ি চাই তাক ক্ৰছ কৰি মোলৈ আগবঢ়াই ক'লে, "আগধৰি দিলো বুজিছে ? কামটো বুজিছে যেনেতেনে··· "

মই কলো, "মুনিবক দিয়ক স্যাৰ। মই তাবেদাৰহে মানে কাম মই কৰো, টকা মালিকেহে লয়। "কেঁৰাকৈ চাই দেখিলো দিলদৰিয়াৰ দিল চেক পাই আৰু মোৰ কথা শুনি 'দুশ পাৰ্চেণ্ট' খুচি হৈছে। তেওঁ চেকখন ভালকৈ পঢ়ি চালে।

মই আকৌ এটা ভাঁৰৱী-পাক মাৰিলো, "এতিয়া বচিদ এখনলৈ আপুনি বিদায় লব পাৰে মিঃ ছাহু। মই আপোনাৰ কামৰ নিমিত্তে নিশ্চয় চেষ্টা কৰিম। এতিয়াই কইনাৰ বাপেকলৈ চিঠি লিখি ডাকত দিম। কালিলৈ দেওবাৰ, গতিকে পৰহি তেওঁ চিঠি পাব। তাৰ পিছত সদাশিৱ সাধুৰ পৰা কি উত্তৰ আহে দেখা যাওক··· "

মোৰ কথা শুনি কমলা শাহুৰ গোঁফযোৰ বাগৰি তলমুৱাহৈ পৰিল। বুকুৰ ভিতৰতো উকমুকি লাগিল হবলা। তেওঁৰ বায়নোকুলাৰে মোৰ মুখলৈ আচৰিত ভঙ্গীৰে চালে। আনপিনে মই কেঁৰাচকুৰে লক্ষ্য কৰিলো যে হতশ্ৰীহতী দালালৰ কঁপালৰ সিৰ ডুভালে খঙৰ ভমকত টন্‌টনীয়াহৈ ফুলি উঠিছে।

কমলা শাহুৱে নাৰ্ভাচহৈ ক'লে, "কি-কিন্তু বুজি-ইতিমধ্যে বুজিছে, ইতিমধ্যে বিয়া কেনচেল কৰা টেলিগ্ৰাম নাইবা চিঠি বুজিছে নাপালে বুজিছে··· "

"বুজিছো স্যাৰ।" মই কলো, "পৰহি নন্দনে দৰা সাজি বিয়া কৰাবলৈ যাব।"

"হয় বুজিছে, ঠিক বুজিছে। গতিকে আপুনি নিজে বুজিছে ?"

"বুজিছো স্যাৰ, মোক যাবলৈ কৈছে।" বুলি গম্ভীৰ মাতেৰে কলো, "পিছে কওঁ শুনক মিষ্টাৰ ছাহু, আপোনাৰ কামত মই শিলঘাটলৈ মটৰেৰে যোৱা-অহা কৰিব লাগিলে মোৰ চাৰিমাহৰ দৰমহা খৰচ কৰিব লাগিব। তদুপৰি মোৰ চাপ্ৰাছিজনক লগত নিনিলে কোনোমতে নচলে আৰু মানৰো লাঘৱ হয়। এতেকে সম্প্ৰতি চিঠি লিখিম আৰু তেওঁৰ পৰা উত্তৰ পালে সুবিধামতে ৰেলেৰে যাম। আপোনাৰ এই পাঁচ হাজাৰৰ আমি ৰচিদ দিম। কাম কৰি দিব পাৰিলে চেক ভঙাম নহলে আপোনাক ফিৰাই দিম।"

তেওঁ উকমুকনি লগালে, "কিন্তু বুজিছে মানে আপুনি বুজিছে ··· "

মই কলো, "আলবৎ বুজিছো স্যাৰ, চমুচা কথা তামাম বুজি পাইহে মই আপোনাক কৈছো।" মই কেঁৰাকৈ চাই দেখিলো, দালালে মোৰ টেৰিমেৰীৰ কাৰণ দৰিয়াপ কৰি শান্তহৈ আগ্ৰহেৰে শাহুৰ মুখলৈ চাই আছে। মই শাহুক কলো, "আপোনাক ভালকৈ বুজাই দিওঁ শুনক স্যাৰ, মই যদি সৰু টেক্সি এখনো ভাড়া কৰি লৈ যাব খোজো তাতো নেহাত পক্ষে দিনে ডুশমানকৈ টকা নলব জানো ? তাৰ উপৰিও মোৰ সৈতে চাপ্ৰাছিৰো খা-খৰচ কিছুমান নহব জানো ?"

শাহুৱে আটাললৈ চাই মোৰ কথাবোৰ হজম কৰি আছে হবলা। মই অলপ ৰৈ আকৌ এপাত শৰ সন্ধান কৰিলো, "এনেবোৰ কাম আপোনালোকে কৰাই হে পাইছে নিজেতো কাহানিও কৰি পোৱা নাই স্যাৰ। ইয়াত কিমান মেহনত আৰু কাৰ্য্যোদ্ধাৰ কৰিবলৈ তলে তলে কাক বা কিমান ঘোচ খানে ভেঁটা আদি দিবলগীয়া হয় তাৰ আপুনি কি বুজিব ? "

তালগছত বতাহ লাগি পাতবোৰ লৰাৰ দৰে কমলা শাহুৰ মুৰটো লৰিব ধৰিলে অৰ্থাৎ তেওঁ মুৰ দুপিয়াই অমুকাৰ কথাবোৰ চমজিবলৈ ধৰিলে। শেষত চৰম সিদ্ধান্ত কৰি জনালে যে, তেওঁ উঠি অহা মটৰখন ড্ৰাইভাৰে সৈতে এই তিনি দিনৰ বাবে মোক দিব। আকৌ খা-খৰচৰ বাবে ডেৰ হাজাৰ টকা মোক এতিয়াই দিব তাৰে খা-খৰচ কৰি যদি কিবা হাতত থাকে সেইখিনি তেওঁক ফিৰাই দিব লাগিব।

তেওঁৰ চৰ্ত্তবোৰত মই সন্মতি জনালো। তেওঁ অহাৰ আগেয়ে মুনিবে কোৱা কথা সঁচা, তাৰমানে মানুহজন বৰলোক অৰ্থাৎ নামজাদা ধনী। আজিৰ বজাৰত মানুহৰ ওজন ধনেৰে হয়। যাৰ লাখ লাখ টকাৰ কাঠৰ মহল, লাখ লাখ টকাৰ ব্যৱসায় আৰু লাখ টকাৰ সম্পত্তি তেওঁ বৰলোক নহৈ নোৱাৰে। কমলা শাহু বৰলোক। জেপৰ পৰা নোটৰ মুৰা উলিয়াই উপৰাউপৰিকৈ চাৰি-বাৰ গনি ডেৰ হাজাৰ টকা মোক দিলে। তাৰ পিছত মই কৈ থকা মতে তেওঁ দালালী প্ৰতিষ্ঠানলৈ এখন চিঠি প্ৰথমে আপত্তি কৰি শেহলৈ ভাল লৰাৰ দৰে লিখি চহী কৰি দিলে। কাম শেষ কৰি বিদায় লোৱাৰ সময়ত তেওঁৰ কামটো সমাধা কৰি দিবই লাগিব বুলি মোক আদেশৰ সুৰত কৈ ওলাই গ'ল।

মোৰ কাণ্ড দেখি হতশ্ৰীহতী দালালৰ বুদ্ধি হত হৈছিল। আমাৰ কথাৰ মাজে মাজে একো একোবাৰ কিবা কবলৈ মুখ মেলিব খুজিছিল যদিও মোৰ চকুৰ ইসাৰা পাই নিমাতহৈ বহি আছিল। কমলা শাহু ওলাই যাবহে পালে, মোৰ নাকখাইতী ৰাক্ষসীয়ে একেজাপে থিয়হৈ চোঁচা ললে।

মোৰ জখমী নাকটোত কিহবাই খোচ মাৰি দিয়াৰ দৰে চিৰিং কৰি উঠিল। ভয়তে মই চিঞৰ মাৰিলো, "হে আই কেঁচাই-খাইতী গোসাঁনী, মোৰ নাকটো নাখাবা, লাগিলে কাণদুখনকে খোৱা।"

ইতিমধ্যে তেওঁ মোৰ ওচৰ পাইছিল। দুয়োহাতেৰে মোক পথালিকোলাত তুলিলৈ কাপোৰৰ টোপোলা নিয়াৰ দৰে নি মজিয়াত থিয় কৰি দি সাৰট মাৰি ধৰি কিবা এবিধ নৃত্যম্ জুৰিলে। তাৰ পিছত চুমা খাই খাই মোৰ গালমুখ পথৰা কৰি আকৌ আগৰ ঠাইত বহুৱাই থৈ নিজে ঘূৰি গৈ তেওঁৰ চকীত বহিল। অলপ আগেয়ে মই ভবা কথাটো যে সঁচা তাৰ প্ৰমাণ পালো। চেকখনো আকৌ এবাৰ আগ্ৰহেৰে পঢ়ি চাই তাকো চুমা এটা খাই কঁপালত লগাই ড্ৰয়াৰত সুমাই থলে।

মৌজুলীয়া হাঁহিৰে মোৰ গৰ্ভলৈকে মিঠা লগাই দি তেওঁ উচ্চাৰণ কৰিলে, "বুধিয়ক বাওনা, খুদমান চয়তান, মুনিবৰ মনোহাৰী··· "

"মনো হাৰামী কোৱা।" মই কলো।

তেওঁ চকু পোন্দোৱাই চাই এপাত কিবা শব্দ মাৰি ক'লে, "কেলেই কম? মই তোমাৰ মুনিবহে তোমাৰ হুকুম মতে চলিম নেকি বাওনা? তুমি মোৰ মন-প্ৰাণ হৰি নিলা মনোহাৰী। তোমাক বুকুৰ ভিতৰত সুমাই থবলৈ মন গৈছে। তুমি মোৰ চেনেহৰ কোমোৰা-জালি, তোমাক কেঁচাই কেঁচাই গিলি থবলৈ মোৰ মন গৈছে। তোমাৰ ৰূপে-গুণে-বুধিৰে এই অকমানি দিলদৰিয়াক মুহি পেলালা। তোমালোকে ইয়াকেই প্ৰেম বোলা নেকি?" (তেওঁ আঠত্ৰিশ বছৰত ভৰি দি অকমানিহে আছে আৰু অমুকা তেওঁতকৈ দহ বছৰে সৰু!)

মই কলো, "অভিজ্ঞতা নাই, ক্ষমা কৰিবা দিলমোহিনী··· "

"হিঃ হিঃ হিঃ, আকৌ কোৱা, শুনি সোৱাদ লাগে।"

মই কলো, "দিল্‌মোহিনী, নাকখাইতী···উ-স্‌···" নাকটোৱে চিৰিং কৰি উঠাত মই ৰুমালখন নাকত ধৰিলো। চকুৰে পানী ওলাল।

তাকে দেখি হতশ্ৰীহতীয়ে সহানুভূতি দেখুৱাই ক'লে, "আয়ৈ দেহি, বৰকৈ বিযাইছে? ৰ'বা খুদমান মইনা, মই দুটা পিল দিওঁ, তাকে গিলি গৰম চাহ খোৱা। আধাঘণ্টাৰ পিছত দেখিবা তোমাৰ নাক আগৰ সমান হৈ পৰিব। বিষো সমূলি নাথাকে।" বুলিকৈ মোক দুটা পিল ড্ৰয়াৰৰ পৰা উলিয়াই দি দাজু চাপ্ৰাছিক মাতি আনি চাহ দিবলৈ আদেশ দিলে।

তাৰ পিছত মোলৈ কটাক্ষ হানি ক'লে, "কামুৰিছো, বেছ কৰিছো। তুমিনো মোৰ খং তুলিবা কেলেই? পিছে মনোহাৰী, মোৰ কথাৰ উত্তৰ নিদিয়া কেলেই? তোমালোকে ইয়াকেই প্ৰেম বোলা নেকি খুদমইনা?"

মই উত্তৰ দিলো, "সেই কথা কব নোৱাৰো জানিবা, বুজিছা দিল্ দৰদীয়া সুন্দৰী, অমুকাই সাহিত্যৰ ডিমা আৰু হাঁহৰ ডিমাৰহে গৱেষণা কৰিছিলো, প্ৰেমৰ ডিমাৰ গৱেষণা কৰিবলৈ আজিলৈকে সুযোগ পোৱা নাই জানিবা।"

তেওঁ খিল্‌খিল্‌কৈ হাঁহি মাৰিলে। তাৰ পিছত প্ৰেমিকাৰ ভাও এৰি মুনিবৰ মূৰ্ত্তি ধৰি ক'লে, "শুনা নগৰীয়া, এওঁৰ কামটো তুমি যেনেতেনে কৰি দিবই লাগিব হলে।"

মই সুধিলো, "কাৰ? মানে, অ' তোমাৰ··· "

মোৰ কথাত বাধা দি তেওঁ ফণা দাঙি ক'লে, "খবৰদাৰ খুদমান চয়তান, হাৰামী, ছাহু কবা, শাহু কলে তোমাৰ কাণ ফুখনো···" বুলি দাঁত দেখুৱাই চোবোৱাৰ দৰে ভঙ্গী কৰি আকৌ ক'লে, "এৰা, কমলা ছাহুৰ কথা কৈছো। তেওঁ মোৰ ডাঙৰ মক্কেল। তেওঁৰ টকাৰ হিচাব ঠিকমতেরাখিবা কিন্তু। অৱশ্যে তুমি চুৰ নকৰা বুলি মই শপত খাব পাৰো কিন্তু খৰচ কৰি হয়তো লেখিবলৈ পাহৰি যাবা বুলিহে সাৱধান কৰি দিলো। আৰু শুনা নগৰীয়া, তুমি মফচললৈ গলে তোমাক আমাৰ প্ৰতিষ্ঠানে দিনে দহটকাকৈ বানচ দিব। খৰচো দিলে হেঁতেন কিন্তু কমলা ছাহুই দিয়া বাবে এইবাৰ দিয়া নহব হলে। মোৰ কথা বুজিছা, বেইমান ?"

"আলবৎ, ইমানদাৰী।" মই উত্তৰ দিলো।

লগে লগে তেওঁৰ মুখৰ টিলিঙা বাজিল। পেট নচুৱাই খানিকমান সময় হাঁহিলৈ সুধিলে. "হেৰা বুধিয়ক বাওনা, এনেবোৰ উল্টা-পাল্টা শব্দ উলিয়াবলৈ তৎকালে তুমি কেনেকৈ বিচাৰি পোৱাহে ?"

মই উত্তৰ দিলো, "এবাৰ সাহিত্যৰ ঘোলাকণীত উমনি নধৰা কেলেই, বুজিব পাৰিবা।"

"মাফ কৰিবা মনোহাৰী। দিলদৰিয়া দালালে তোমাৰ লেখিয়াকৈ ঘোলা ডিমাত উমনি ধৰি খাবলৈ নাপাই শুকাই মৰিবলৈ সমূলি ইচ্ছা নকৰে। অমুকীয়ে হাঁহবোৰক জানো দেখা নাই, যাৰেই যি কণী নহওক, দেখা পালেই বুকুৰ চমুচা উম তাতে ঢালি দি পূৰা তিনি সপ্তাহলৈ খোৱাবোৱাৰ ফালে পিঠি দি পৰি থাকে। শেহান্তৰত কণীও সুফুকায় আৰু তায়ো আধামৰা হয়, বুজিছা বাওনা — ঠিক তোমাৰ দৰে।"

সেই সময়তে দাজুৱে চাহ-কেক আনিলে। তেওঁ মোক খাবলৈ কৈ নিজেও এঢোক মাৰি ক'লে, "শুনা নগৰীয়া, খৰচৰ টকাবোৰ তুমি ভাবিচিন্তি··· "

"ভাবিবলৈ কিটো আছে ? মই তেওঁৰ কথাত বাধা দি কলো, "কামত লগাখিনি মই খৰচ কৰিম। কৃপণালি কৰি কাম নকৰি উভতি আহিব লাগিলে তোমাক দিয়া চেকখন তেওঁ ফিৰাই নিব নাইবা 'পেমেণ্ট ষ্টপ' কৰি দিব নিশ্চয়। এতেকে··· "

দিলদৰিয়াই চাহৰ পিয়লাটো মুখৰ ওচৰলৈ নিছিল। মোৰ কথা শুনি ভয়তে চক্ খালে নিশ্চয়, কিয়নো হঠাতে তেওঁৰ হাত কঁপি পিয়লাৰ

এজোলোকা চাহ তেওঁৰ গাৰ কাপোৰত পৰিল। পিয়লাটো থৈ কাপোৰখন জোকাৰ মাৰি ক'লে, "এৰা, তোমাৰ কথায়েই ঠিক, মনোহাৰী। ভেৰ হাজাৰ তেওঁৰ কামত খৰচ কৰিবলৈ দিছে যেতিয়া দৰকাৰ হলে আমি আটাইখিনি খৰচ কৰিবও পাৰো। লাগিলে তেওঁ খৰচৰ টকা আকৌ দিবলৈ বাধ্য। পিছে তুমি হিচাবটো হলে ঠিকমতে ৰাখিবা। খৰচ তোমাৰ মতে কৰা, কামটো যাতে সমাধা হয় তাকেহে কৰি দিব লাগিব জানিবা। মই জানো তুমি নিশ্চয় পাৰিবা। পাৰিবই লাগিব।" তাৰ পিছত হঠাতে মোৰ মন ভাল লগাবলৈ ক'লে, "ৰ'বা, কালিৰ পুৰস্কাৰ তোমাক এতিয়াই দিওঁ।" বুলি চকীৰে সৈতে ঘূৰি আলমাৰীৰ পৰা উলিয়াই দুশ কুৰি টকা মোক দিলে। আকৌ শ্যামাক মাতি আনি তাইকো দিব খোজা তিনিখন দহটকীয়া নোট দিলে।

*দিলদৰিয়াক কৃপণ বুলি কোনোবাই অপযশ দিব পাৰে কিন্তু অমুকাই কবলৈ হলে তেওঁ আন আন প্ৰথম শ্ৰেণীৰ কৃপণৰ মেলত আগশাৰীত বহিব নোৱাৰে। তাৰমানে এনে বহুত সৰুচকুৱা কৃপণ আছে যে তেওঁলোকে তামাম ধন তহবিলত ৰাখি, তিলোদক অৰ্থাৎ তিল-পানীৰে পিতৃ-পুৰুষৰ তৰ্পণ কৰাৰ সময়ত খৰচৰ ভয়ত তিল নিকিনি কেৱল জলোদক অৰ্থাৎ জল আৰু পানীৰে পিতৃ-পুৰুষ সকলক কলৰ পানী খুৱায়। ইয়াকে জলাঞ্জলী বোলে নেকি কোনোবাই বিবেচনা কৰি চাবও পাৰে। আকৌ এশ্ৰেণীৰ 'কঞ্জুছ' আছে যি সকলে মাখিৰ মুৰৰ ঘিউ কাঢ়ি খাই, ভিখাৰীকো ঠগি ধন ঘটি ফিকা চাহ আৰু লোণ-ভাত খাই কৃচ্ছ-সাধনৰ নমুনা দেখুৱাই অকালতে য'ৰে ধন ত'তে এৰি সিপুৰীলৈ লৰ মাৰে। আন এশ্ৰেণীৰ পহিলা নম্বৰৰ কৰাইচ আছে যি সকলে দিবলগীয়া টকা দিম দিমকৈ দুদিন, চাৰিদিনকৈ দিনৰ পিছত দিন, মাহ, বছৰ ঘূৰাই গালি-শপনি নাখায়মানে বাকচৰ টকা উলিয়াই দিব নোৱাৰে। ইয়াৰ ভিতৰত কিছুমানে তো দিম দিমকৈ টকাৰ সলনি আমনি দি দি ডিমাপাৰি থাকোতে নিজে মৰি দেনাৰ টকা ফাকি দি জমাৰ টকা ভোগ কৰিবলৈ সুযোগ নাপাই চিৰাই কুবেৰৰ ৰাজ্যত পহৰাৱালাৰ নোকৰি লয়গৈ। এতেকে হতশ্ৰীহতী মোৰ মুনিবে কৃপণৰ তালিকাত নাম ভৰ্ত্তি কৰিব নোৱাৰে। কিয়নো হাত টান আৰু কথা কঠুৱা হলে তাক কৃপণ নোবোলে।

মই থিয় হোৱা দেখি তেওঁ সুধিলে, "কলৈ যাবা নগৰীয়া?"

মই উত্তৰ দিলো, "বজাৰ কৰিবলৈ, মানে জোৰণৰ বস্তু-বাহানি কিনিব

লাগে নহয়। এতিয়া তাৰবাবে কি কি বস্তুবা দৰকাৰ মইতো নাজানোয়েই, তুমিও নাজানা নিশ্চয়।"

"জোৰণ?" বুলি তেওঁ ডাঙৰকৈ উচ্চাৰণ কৰি চকুযোৰ সৰুকৈ মোৰ মুখলৈ চালে।

"এৰা।"

"কিন্তু ছাহুৱে আমাক বিয়া ভাঙিবলৈহে নিযুক্ত কৰিছে।"

"এৰা।"

"উল্টা কথা, সৰ্ব্বনাশ — সাংঘাতিক।"

"এৰা" বুলি উচ্চাৰণ কৰি তেওঁক বিস্মিত কৰি দি তাতে বহি ভাবি থাকিবলৈ এৰিথৈ মই খৰ কদমত ওলাই গলো। মোৰ খোজৰ শব্দ শুনি শ্যামাই মুৰ দাঙি মিঠা হাঁহিৰে সাদৰ-সম্ভাষণ জনালে। মই কুইক-মাৰ্চ কৰি তাইৰ সমুখলৈ গৈ কমলা শাহুৱে খৰচৰ বাবে দিয়া টকাৰ পৰা কুৰি টকাৰ নোট তাইৰ গালৈ দলিয়াই দি ততালিকে উভতি খোজ ললো, যাতে মুনিবে আহি শ্যামাৰ ওচৰত নেদেখে।

## ছয়

শ্যামাৰ মাকৰ পদূলিমুৰ পাই মই কমলা শাহুৰ মটৰৰ পৰা নামিগৈ বাহিৰৰ কোঠালীৰ দুৱাৰত টুকুৰিয়ালো। তৃতীয়বাৰ অলপ ডাঙৰকৈ শব্দ কৰাৰ পিছত শ্যামাৰ মাকে আহি দুৱাৰ নেমেলাকৈ ভিতৰৰ পৰাই সুধিলে, "কোন? কোনে মাতে?"

বাহিৰৰ পৰা মই কলো, "মই নিনাও নগৰীয়া মাহীদেও। কালি গধূলি যে শ্যামাৰ সৈতে ইয়ালৈ·· "

ততালিকে দুৱাৰ মেলি তেওঁ ক'লে, "ইমান দীঘল পৰিচয় দিব লাগেনে মইনা? তোমাৰ মাত শুনিয়ে মই জানো চিনা নাই? মোৰ লৰা নাই, তোমাক দেখি মই লৰাৰ দৰে,·· ভিতৰলৈ আহা মইনা।"

মই ভিতৰ সোমাই কলো, "হয় মাহীদেও মই আপোনাৰ লৰায়েই। এয়া লওক, কালি যে মই চাহ খুৱাওঁ বুলিছিলো?" বুলি হাতৰ মিঠাইৰ টোপোলাটো তেওঁৰ হাতত দিলো।

"ঔ আই, তুমি কেতিয়া কৈছিলা? মইহে খুৱাওঁ বুলিছিলো।"

মই হাঁহি মাৰি কলো, "একে কথায়েই নহল জানো মাহীদেও? আপুনি লৰা বুলি মোক গ্ৰহণ কৰিলে যদি লৰাই আনি নিদিলে ক'ৰপৰা খুৱাব?"

তেওঁৰ মনটো প্ৰফুল্ল হ'ল। মৰমৰ হাঁহি মাৰি মোৰ কান্ধত হাত ৰাখি ক'লে, "তুমি কথাৰ ছাটি মাৰিব জানা বোপাই, তোমাক কথাৰে বলে পৰা টান। আহা ভিতৰলৈ।" বুলি সেইদৰেই মোক দ্বিতীয় কোঠালৈ নি তাতে বহুৱাই থৈ তেওঁ ভিতৰ সোমাই গ'ল। খানিকমান সময়ৰ পিছতে ওলাই আহি মোৰ ওচৰত বহিল।

মই সুধিলো, "মাহীদেও, জোৰণ দিবলৈ কি কি বস্তু লাগে মোক এখন তালিকা কৰি দিয়কচোন।" মোৰ জেপৰ পৰা নোটবহীটো উলিয়াই তেওঁৰ আগত ধৰিলো।

মোৰ কথাষাৰে তেওঁৰ মনত চমক লগালে। হয়তো বা তেওঁ চক্ খালে। হঠাতে মুখৰ চেহেৰাৰ অলপ হেৰফেৰ হোৱা দেখিলো। অলপ কঁপা মাতেৰে তেওঁ সুধিলে, "কোন দিনা নো তোমাৰ বিয়া, বোপা?"

তেওঁৰ ভয়ৰ কাৰণটো চমজি অমুকাই পেটে পেটে হাঁহিলো। কিয়নো তেওঁ কালি মোক দেখাৰ পিছৰ পৰাই নিশ্চয় ময়ুৰপঙ্খীক মোৰ ডিঙিত আঁৰি দি খালাচ হোৱাৰ কথা পাঙিছে। সেইবাবে জোৰণৰ নাম শুনি মোৰ বিয়া বুলি ধৰি লৈ তেওঁৰ বৰ আশাত ছাই পৰা দেখি মুখৰ ৰং শেতা পৰিছে।

মই তেওঁৰ মনৰ আশঙ্কা আঁতৰাই দিলো, "মোৰ বিয়াৰ ৰসগোলা খাই বিয়ানাম গাবলৈ পলম আছে দিয়ক। সম্প্ৰতি নাম জোৰাই ঘৰতে গাই অভ্যাস কৰি থাকক মাহীদেও। এইয়া লোকৰ বিয়া পাতি দিয়াৰ ভাৰ আমাৰ ওপৰত পৰিছে। পিছে জোৰণত মানুহে কিহেৰে জুৰণি দিয়ে মই কেনেকৈ জানিম? সেইবাবে আপোনাৰ ওচৰলৈ লৰি আহিছো। নে বেয়া কৰিছো মাহীদেও?"

তেওঁৰ মনৰ মেঘ আঁতৰি মুখখন পোহৰ হ'ল। ৰংমনেৰে ক'লে, "আহিবাতোন, কেলেই নাহিবা? এইবোৰ বিষয়ে মোৰ সমান জনা কোনোবা আছে জানো? আকৌ যেতিয়াই সময় পোৱা তুমি তেতিয়াই আহি ইয়াতে চাহ-জলপান খাই যাবাহি। চাওঁ বোপা দিয়াচোন পেঞ্চিলডাল?" তেওঁ তালিকা কৰিবলৈ ধৰিলে।

মাহীৰ মিঠামুখৰ মহমহীয়া মাতৰ মৰমে সৈতে কোমল হাতৰ সুৰদীয়া চাহ খাই তেওঁৰ ওচৰত বিদায় লৈ ব্যস্ত ভাবে মটৰত উঠি বহিলোঁগৈ। মটৰ চলিল।

জোৰণৰ বস্তুবোৰৰ সৈতে মজলীয়া স্যুটকেচ এটা কিনি আটাইবোৰ বস্তু তাতে ভৰাই লৈ ; আকৌ, পৰৰ পালে জ্বৰৰ গাৰে খাব লাগে বোলা নীতিবচন মতে, ভাল ভাল খাদ্য কিছুমান নেৰিয়াৰ পিতলৰ গোসাঁইৰ পূজা দিবলৈ কিনি লৈ নিজ ঘৰলৈ উভতিলো। মোৰ নির্দ্দেশ মতে ড্রাইভাৰে মোৰ ঘৰৰ পদূলিমুখ পোৱাৰ আগৰ পৰাই জোৰেৰে হৰ্ণ বজাইছিল। মই কেঁৰাচকুৰ নজৰ 'ছিয়াৰাম খাৰা হনুমান থিয়' মহাজনৰ গাদীলৈ পেলাই দেখিলো যে, ছিয়াৰাম খাৰাই তেওঁৰ মূৰটো খাৰা আৰু চকুদুটা থিয় কৰি একেথৰে মোৰ ফাললৈ চাই ৰৈ আছে। মই মনতে দৰিয়াপ কৰিলো যে, শাহুৰ নতুনকৈ কিনা ধুনীয়া মটৰখনত খাৰাই মোক দেখি নিশ্চয় — বৰকঠীয়া নেৰিয়াৰামে তেওঁৰ আগত ফুটনিতে বেঙেনা ভঁজা কথা বিশ্বাস কৰি — ধাৰণা কৰি ললে যে ডেনেহী চাহাবে এই মটৰখন মোলৈ দি পঠিয়ালে। মই মনতে ভাবিলো, যি খাৰাৰ থিয় চকুৰ পৰা মোক দেখিলেই দুপাত শক্তিশেল ওলাই আহি — ৰাৱণৰ শেলে লক্ষ্মণক বুকে-পিঠিয়ে শালি থোৱাৰ দৰে — মোক শালি ধৰিছিল, সেই জ্বালাময়ী চকুৰ পৰা, মোৰ গলগ্ৰহ নেৰিয়াৰ যহত, আজি তিনিটা দিনতে শেলৰ সলনি নীৰৱ প্ৰশংসা আৰু সন্মানৰ শৰাই আহি মোৰ মূৰত বৰ্ষণ কৰিছে।

ঘনাই বজোৱা হৰ্ণৰ মাত শুনি যি মূৰ্ত্তিটো মোৰ ঘৰৰ ভিতৰ ফালৰ পৰা লৰি ওলাই আহিল, তাক দেখি প্ৰথমে চিনিবই পৰা নাছিলো যে সিয়েই মোৰ চপনীয়া গলগ্ৰহ বিশ্ৰীমস্ত জলহু, নেৰিয়াৰাম। সম্প্ৰতি তাৰ গাত লংপেণ্ট আৰু বগা হাৱাইন শ্বার্ট, মূৰত চাপ্ৰাছি পাগুৰী আৰু পাগুৰীৰ ওপৰত ঠিক নাক-বৰাবৰ হৈ থকা টকাটোৰ আকৃতিৰ এটা পিতলৰ ছাপ্ ৰাছে চিক্‌মিকাব লাগিছে। মটৰৰ ওচৰলৈ আহি সি প্ৰথমে মোক মিলিটেৰী চালাম কৰি মটৰৰ দুৱাৰখন মেলি ধৰিলে। বস্তুবোৰ তাক দেখুৱাই দি মই নামি ভিতৰ সোমাই গলো।

সি স্যুটকেচ আৰু খাদ্যৰ টোপোলাটো লৈ ভিতৰ সোমাই অহাত মই কলো, "থেঙ্ক ইউ, ডেম্‌ফুল, গুড্‌বোয়, ম্লোক দেখি ম্মিয় খুচি হৈ-ই-ছে।" মই তাৰ পূৰ্ব্বৰ গৰাকী-ডেনেহী চাহাবৰ ভাবাভ কৈ হাঁহিলো।

সিও কম নহয়। হাতৰ বস্তবোৰ বাৰাণ্ডাত থৈ ততালিকে আকৌ এবাৰ চালাম কৰি, ডেনেহী চাহাবক কোৱা দৰেই হবলা, ক'লে, "ভেৰি গুড্, হজুৰ, মা-বাপ্।"

মই ডাঙৰকৈ হাঁহি মৰা দেখি সিয়েই ক'লে, "ঠিক হৈছে ককাইদেউ, আমাৰ চাহাব ডেনেহী মিষ্টাৰে সদায় এইদৰে চালাম লৈছিল।"

আজিৰ এই কিচ্‌কিচীয়া ক'লা ৰূপৰ ওপৰত চিক্‌মিকীয়া জেউতি চৰোৱা শ্ৰীমন্ত নেৰিয়াৰামক দেখিলে কোন হেৰিয়াই অনুমান কৰিব পাৰিব যে ইয়েই পৰহি দিনা লেতেৰা-পেতেৰা-জলহু-চপনীয়াৰূপে মোৰ গলগ্ৰহ হৈছিলহি। এনেকি এতিয়াই সি মটৰৰ ওচৰলৈ যোৱাৰ সময়ত গাদীৰ বাকচৰ ওচৰত থুমটোৰ দৰেহৈ বহি থকা থুলন্তৰ মহাজন ছিয়াৰাম খাৰায়ো তাক দেখি ভেৰা বনি গৈছিল বুলি খাৰাৰ মুখৰ খেজুৰ-পতীয়া দীঘল গোঁফ-যোৰৰ অৱস্থা দেখি অমুকাই হলফ কৰি কব পাৰো।

মই কলো, "শুন বাচা নেৰিয়া, এই খাদ্যবোৰ তোৰ পিতলৰ গোসাঁইৰ বাবে আনিছো। তেওঁক এতিয়াই উচৰ্গা কৰি দে। তাৰ পিছত মোৰ বিছনা আৰু স্যুটকেচত মোৰ দুদিনৰ বাবে দৰকাৰ হব পৰা চাই বস্তবোৰ লৰালৰিকৈ সামৰি সুতৰি ল। আকৌ তোৰ বাবেও কাপোৰ-কানি লবিহঁক, ইয়াত নাই যদি আমি যোৱাৰ সময়ত বাটতে কিনি লবি বুজিছ? এই মটৰেৰে এতিয়াই আমি শিলঘাটলৈ যামহঁক।"

"বৰ বটিয়া হব দেউ।" উল্লাস মনেৰে সি ক'লে, "শিলঘাট মোৰ জনা শুনা ঠাই, তাতো এই হেৰিয়াৰ পো নেৰিয়াই চাৰিবছৰ চাউল খাই আহিছো ককাইদেউ।"

মই কলো, "হয় নেকি? তেতিয়া হলেতো তই বহুখিনি সহায় কৰিবও পাৰিবি। এৰা, ভালেই হ'ল। এতিয়া শুন, এই স্যুটকেচটোত কিছুমান জোৱণৰ বস্ত-বাহানি আছে, এইটোও আমাৰ লগত নিব লাগিবদেই। তাৰ পিছত আৰু শুন নেৰিযা ভাই, তই চাগৈ কালি নিশা তোক দিয়া টকা শ খতম কৰি দিলি। এতিয়া এয়া ল, কালি যে মই কৈছিলো, সেই দুশ বিশ টকা, আজি দিছে।" বুলি কৈ দালালে দিয়া নোটৰ মুৰাটো নেৰিয়াক দিলো।

সি মুৰাটো হাতত লৈ দুয়ো হাতেৰে তাৰ কপালত লগাই সেৱা কৰি ওপৰলৈ চাই চিঞৰ মাৰিলে, "ঔ মোৰ পিতলৰ গোসাঁই ঔ, তুমিহে আচল

ঈছৰ পৰভু। হে মোৰ পিতলৰ পৰভু, এইবোৰ আটাইমখা ধন তোমাক দান কৰিলো।" খানিকমান পৰলৈ সি নিমাতহৈ থাকি মোলৈ চাই ক'লে, "ভাল হ'ল হজুৰ, অথনি মই আপোনাৰ বাবে এযোৰ ডেছ আনিছো আৰু এযোৰ সেই যে বোম্বাইৱালা দোকানত চাই থৈ আহিছো। সেইযোৰ পিন্ধিলে একেবাৰে আমাৰ চাহাব ডেনেহী মিষ্টাৰে পিন্ধাৰ দৰে দেখা হব। আমি যোৱাৰ সময়ত তাৰ পৰা লৈ যাম দিয়ক। আৰু শুনিছে ককাইদেউ, এয়া ইয়াৰ পৰা এশ টকা এই চেলা খাৰা হনুমান থিয় পেটালৰ মুখত খেৰাই খেৰাই দলিমাৰি দি আহিম — ডেম্ফুলে বুজক এই নেৰিয়াৰাম উলা-মুলা ভকত নহয়। হয়নে নহয় মোমাইদেউ?"

ছিয়াৰাম খাৰাৰ ব্যৱহাৰত মোৰ মনত আগৰ পৰাই তিতা-কেঁহা লাগি আছিল। ততালিকে উত্তৰ দিলো, "ঠিক কৈছ বাচা, লগতে দুই কথা শুনাই দি আহিব পাৰিলেও বেয়া নহয়।"

সি ক'লে, "শুনাবলৈ এতিয়াও বাকী ৰাখিছো বুলি ভাবে নে দেউ? কটা হেৰিয়াৰ পো হেৰিয়া, খেৰা হনুমানে আপোনাক শান্ত ভাল মানুহ পাই দেন-দাৰ নাম দি দেনাদাৰ কথা শুনাই অপমান কৰাৰ এসেকা ভালকৈ দিছো। পোতক তুলিহে এৰিম বাপেকে। শুনক দেউতা, মই আপোনাৰ ছিৰিচৰণ চুই শপত খালো— যিদিনা বাকী এশ টকা তাৰ মুখত দলিয়াই দি... "

তাৰ কথাত বাধা দি মই কলো, "এশ কেলেই অ'? এই এশ দিলে তাৰ পাওনা এশ চল্লিশ থাকিব। মানে খাৰাই মোক সদায় দুশ চল্লিশ টকা বাকী বুলি শুনাই আছিল।"

নেৰিয়াই ক'লে, "অ' মোৰ পিতলৰ পৰভু, আপুনি তাৰ মুখৰ কথাকে বিশ্বাস কৰিছে দেউ? শুনক ককাইদেউ, আপোনাক ভাল লৰা পাই চেলা খেৰা পেটালে পাৰে মানে ঠগাইছে। সেই দুকুৰিতো অমুকাই কাটিমেই, তাৰ উপৰি যদি আৰু দহ টকা কমিচন বুলি কাটি ওলোটা সুত আদায় নকৰো তেনেহলে এই নেৰিয়াৰাম কাৰো পুতেক নহয়।"

নেৰিয়াৰ কথা অবিশ্বাস কৰাৰ থল নাই। মই কেবাজনৰ পৰাও, এই ছিয়াৰাম খাৰা হনুমান থিয় মহাজনৰ দুৰ্নীতিৰ কথা আগতেই শুনিছিলো কিন্তু তাৰ হাতীমুৰা লাওখোলাবো আধামানৰ পৰা চকুৰ ওপৰলৈ আৰু

দুয়ো কাণত লগাকৈ হালধি-চন্দন মিলাই ৰঙীন কৰি থোৱা ধৰ্ম্মৰ চাইনবোৰ্ডখনৰ সৈতে খেজুৰ-পতীয়া দীঘল গোঁফ আৰু গুৰু-গম্ভীৰ মুখখন দেখি মানুহৰ কথামতে তাক দগধা চোৰ বুলি বিশ্বাস কৰিবলৈ টান পাইছিলো।

বাহিৰত কোনোবাই মতা শুনি মই নেৰিয়াক চকু টিপেৰে যাবলৈ কলো। সি নতুন ধৰণৰ খোজ দি ওলাই গ'ল। মই মনতে ভাবিলো, ক'তা আজি এবছৰে তো কোনো বন্ধু-বান্ধৱে অমুকাক কিবা উপকাৰী জন্তু বুলি ভাবি মোৰ ঘৰলৈ আহি পদধূলি পেলোৱা মনত নপৰে। তেন্তে আজিনো কাৰ পঁইতা ভাতৰ লোণ হৈ পৰিলো যে কোনোবা মৰমীয়ে চেনেহৰ চেনিগুটি খুৱাবলৈ আহিছে? হঠাতে মনত পৰিল, কালি কাণমলা অফিচৰ 'চুপাৰ-ভাই-ষাৰ' বৰুৱা বন্ধুক ৰেষ্টোৰাঁত ভালকৈ খুৱাম বুলি কথা দিয়া কথাটো। কিন্তু এই অসময়ত — বগলীয়ে উজানৰ মাছ ধৰিব এৰি যাব নোৱাৰাৰ দৰে— তেওঁ তো অফিচ এৰি আহিব নোৱাৰে। যি নহওক — নেৰিযাই ঘূৰি আহি জনালে যে বাবু এজনে মাতিছে।

মানুহে মাতিলে ততালিকে ওলাই নগৈ অনাহকত বহু পলম কৰি নিজৰ মূল্য বঢ়োৱাৰ নিচিনা অমুকাই মূল্য নবঢ়াই ততালিকে বাহিৰলৈ ওলাই গলো।

বৈঠকখানালৈ গৈ যাক দেখিলো তেওঁ মোৰ এজন ক্লাছ-ফ্ৰেণ্ড আছিল। কালি যে কৈছিলো কাণমলা অফিচৰ ক্লাছ-ফ্ৰেণ্ড বৰুৱাৰ কথা, এৱোঁ সেই একে অফিচতে কাম কৰে। অৱশ্যে দুয়োজনে মোৰ ক্লাছ-ফ্ৰেণ্ড যদিও একে শ্ৰেণীৰ মানুহ নহয় দেই। তেৱোঁ এক ক্লাছ বা শ্ৰেণীৰ আৰু এৱোঁ অন্য ক্লাছ বা আন শ্ৰেণীৰ বন্ধু। অৱশ্যে একে শ্ৰেণীতে পঢ়া সহপাঠীও আছিলো সঁচা। আনপিনে সম্প্ৰতি বৰুৱা আৰু এওঁ একে অফিচতে কাম কৰে যদিও কিন্তু একে শ্ৰেণীৰ নহয় দেই, তাৰমানে বৰুৱা হল 'চুপাৰ-ভাই-যাৰ' আৰু এওঁ তাৰ ভাই অৰ্থাৎ কেৰি-অন্ ( Carry-on ) বা কঢ়িয়াই-নি। কবলৈ হলে এওঁৰ কাম চৰা, টকা তাকৰ, আকৌ বৰুৱাৰ ইয়াৰ ঠিক ওলোটা, তাৰমানে যাকবোলে 'মেল ঢিলা কথা টান' — কাম তাকৰ মূল্য চৰা। তদুপৰি এওঁৰ বুদ্ধি নিভাৰ্যা কমাৰৰ কেঁচা-লোহাৰ দা আৰু বৰুৱাৰ বুদ্ধি 'চেভেন-ও-ক্লক' ব্লেড।

এওঁৰ নাম নীলকণ্ঠ বৰ্ম্মণ। মানুহ জন নামে ক্লামে এক। অৱশ্যে

বিষাহাৰী প্ৰভু ভোলানাথৰ দৰে বিষ আহাৰ কৰি কণ্ঠটো নীল কৰা নাই আৰু ভঙুৱা-গোসাঁইৰ শিষ্যহৈ চুবকৰি ভাং হুপা অভ্যাসো নাই। তথাপি যেন ভাঙৰ ৰাগিত সদায় এওঁ শিৰ-নেত্ৰহৈ থাকে। এনেও হব পাৰে যে পূৰ্ব্বজন্মত হয়তোবা এওঁ কোনোবা ভাঙুৰী বাবাৰ চেলা-টেলা কিবা আছিল আৰু সেই ৰাগিৰে অনুৰাগত অৱশহৈ তেলপেৰা বলদৰ দৰে দিনমান ঘানি টানিয়েই থাকে। অফিচৰ সকলো সহকৰ্ম্মী ঘৰলৈ গৈ নিজৰ বদ-মেজাজৰ ভৰক দেখুৱাই ঘৈণীয়েকইঁতক নৰম কৰি নিজে গৰম চাহ খাই, গা ঘেলাবলৈ ওলাই যোৱাৰ পিছতো এওঁ তেল পেৰিয়েই থাকে।

মই বৈঠকত সোমোৱাৰ লগে লগে তেওঁ যেন কৃতাৰ্থ হৈ, যেন মোৰ তলতীয়া কৰ্ম্মচাৰীৰ দৰে বহাৰ পৰা থিয়হৈ নমস্কাৰ কৰি দুখোজ আগুৱাই আহিল। তেতিয়াহে তেওঁৰ শিৱনেত্ৰ যুগল পূৰাকৈ মেলি মোৰ চেহেৰা আৰু সাজপাৰৰ বাহাৰ দেখি হঠাতে থমকি ৰ'ল। কিবা কবলৈ মেলা মুখ মেলাই থাকিল।

ময়েই তেওঁৰ ওচৰলৈ গৈ হাতত ধৰি "বহা বৰ-মন।" বুলি চকী এখনত বহুৱাই দিলো। তেওঁৰ সৰল আৰু উদাৰ মনটো দেখি আগৰ পৰাই তেওঁক আমি কেজনমান বন্ধুৱে তেওঁক 'বৰ-মন' বুলি মাতিছিলো। আকৌ কিছুমানে তেওঁক 'বৰ-মেন' বুলিও মাতিছিল।

তেওঁৰ নিচেই ওচৰৰ চকীখনত বহি মই সুধিলো, "তুমি আজি অফিচলৈ নগলা নীলকণ্ঠ ?" তেওঁ মোৰ নতুন সাজপাৰ দেখি নিশ্চয় অভিভূতহৈ পৰিছিল। কোনো উত্তৰ নিদিলে। বোধকৰো আগৰ দৰে ব্যৱহাৰ কৰিবলৈ সঙ্কোচ কৰিলে।

মই আকৌ সুধিলো, "অসময়ত কেলেই আহিলা, বৰমন ? মই কৰবালৈ মানে চফৰ ফুৰিবলৈ গুৱাহাটী এৰি বহুদূৰলৈ যাব ওলাইছো। এতিয়া তোমাৰ সৈতে কথা পাতিবলৈ বিলকুল সময় নাই, বুজিছা ? যদি তুমি দুই এক আষাৰতে কৈ শেষ কৰিব পাৰা কোৱা। নহলে আন এসময়তহে আহিব লাগিব, বুজিছা বৰমন, খং নকৰিবা দেই।"

তেওঁৰ শিৱনেত্ৰৰ নজৰ মোৰ নেকটাইডালৰ ওপৰত ৰাখি ক'লে, "খং কেলেই কৰিম ভাই... "

মই কলো, "নিনাও নগৰীয়া কৰা। কেৱল নিনাও বা অকল নগৰীয়া বুলিও কব পাৰা। আগৰ নাম পাহৰি যোৱা।"

তেওঁৰ শিৰনেত্ৰ বিস্ময়ত মেল খালে। খানিকমান পৰলৈ থৰ লাগি চাই থাকি অৱশেষত ক'লে, "গধূলিলৈ আহিম নে ?"

"ওঁহো, নাহিবা। লগ নোপোৱা। মই চঠাদিনাহে ফিৰি আহিম।"

নীলকণ্ঠই তেওঁৰ স্বভাৱসুলভ লাজুকীয়া কোমল মাতটোৰে ক'লে, "তেনেহলে ভাই, কি কলা তোমাৰ নামটো ? নিংনা ?"

মই হাঁহি মাৰি কলো, "অৱশ্যে নিংনা, নিগনা, নিধনা আদি কিবা এটা কলেই হয়, কেৱল দুটাকৈ 'ন' থাকিব লাগিব আৰু তাৰে প্ৰথমটোত ইকাৰ দিব লাগিব। পিছে ৰহইচ কৰাৰ সময় নাই। গতিকে নিনাও নগৰীয়া বুলি কোৱা।"

তেওঁ ঈষৎ হাস্য কৰিলে — সেই যে মাকৰ সৈতে পূজা খাবলৈ আহি লখিমীদেৱীয়ে দৈ-গুৰ-কলৰ সৈতে শিংৰাও খাই হাঁহে, অবিকল সেই হাস্য। তাৰ পিছত তাহানি ক্লাছত পঢ়া মুখস্থ গোৱাৰ দৰে কবলৈ ধৰিলে, "শুনিছা ভাই নগৰীয়া, মই আমাৰ 'চুপাৰ-ভাই-যাৰ' বৰুৱাক ধৰিমেলি এবেলাৰ বাবে ছুটী লৈ বৰ আশা কৰি তোমাৰ ওচৰলৈ আহিছো। তেওঁৱেই কালি আমাক কৈছিল তুমি হেনো মেনিলা চাহাবৰ এছিষ্টেণ্ট হৈছা আৰু মাহে ছ শ ছয়ষষ্ঠিকৈ দৰমহা পাইছা··· "

এওঁৰ গাত দোষ নাই আৰু দোষ নাই বৰুৱাৰ গাতো। কিয়নো কালি অমুকাই 'দিনহাজিৰা' আৰু 'নয়ে পইচে' এই শব্দ দুটা মোৰ বেমালুম হাছাপ কৰি মানে পেটৰ মোনাৰ পৰা মুখ ফাটি ওলাব নিদি গোপ্য কৰি ৰাখি বপুৰাক গোলমালত পেলাইছিলো।

তেওঁ মুখস্থ গায়েই আছে, "···চাহাবে হেনো তোমাক আমাৰ ইয়াৰে বিখ্যাত দালালী ফাৰ্মৰ হৰ্তা-কৰ্তা মেনেজাৰ পাতি দিছে। বিলাতলৈকে পঠিয়াব হেনো। বৰ সুখ পাইছো ভাই। বিলাতৰ পৰা ঘূৰি আহিলে আমালৈ আৰু ক'ত মনত পৰিব হবলা, যি নহওক, বৰ ভাল পাইছো জানিবা। পিছে, মোৰ অহা উদ্দেশ্যটো কওঁ শুনা ভাই, ইয়াৰ দালালী প্ৰতিষ্ঠানে ঘটকৰ কাম কৰে বুলি মই আগৰ পৰাই জানো। কিন্তু তুমি তো জানাই নগৰীয়া মোৰ অৱস্থা — মানে মাহৰ পহিলা সপ্তাহতে দৰমহাৰ টকা খতম্ হয়। বাকী তিনি সপ্তাহ ধাৰ কৰি, দোকানৰ বস্তু উঠনাকৈ খাই কোনোমতে··· "

কবই নালাগে। মই ভুক্তভোগী। আজি তিনিটা দিনহে মোৰ চপনীয়া নেৰিয়া আৰু তাৰ প্ৰভু পিতলৰ গোসাঁইৰ কৃপাত — পিতৃ-দত্ত নাম তলকৰি নাম-গোত্ৰহীন নতুন নাম নিনাও নগৰীয়া লৈ, দৰঙাৰ মেলাত নকৈ কিনি অনা টাঙনা ঘোঁৰাৰ দৰে, দিলদৰিয়া গোসাঁনীৰ বাহনহৈ — ছমাহৰ মূৰত বৰষুণ পৰি নীৰস বালি সৰস হোৱাৰ দৰে — এবছৰীয়া শুকান পেটক পাঁচ সাজ ভাত দি জীপাল কৰিব পাৰিছো। মোৰ অন্তৰখন যদি বৈ আছিল তেন্তে তাৰ চমুচা বৃত্তি নিশ্চয় ৰ'দত দিয়া শিমলু তুলাৰ দৰে হৃদয়াকাশত হাৰা থাই ফুৰিছিল আৰু সিহঁতৰ লগতে জীৱৰাজকো উৰাই নিয়াৰ ষড়যন্ত্ৰ কৰিছিল। পিছে, পৰহি দিনা ক'ৰবাৰ ছাল ছিগা, ঠাইনোপোৱা, হেৰিয়াৰ পো নেৰিয়াই তাৰ পিতলৰ গোসাঁয়ে সৈতে আহি মোৰ চপনীয়া সোমাই তাৰ নিজৰ গাঁঠিৰ চাৰিঅনা খৰচ কৰি সেই যে জীৱ-ৰজাক আধাবাটৰ পৰা ফিৰাই আনিলে আৰু তাকেই বহনি কৰি তেতিয়াৰ পৰাই পেটুৱা গোসাঁয়ে পূজা-সেৱা পাই ৰজাক ৰাজপাটৰ বৰপীৰাত বহুৱাই দিয়াত তামাম বৃত্তি-পৰিষদ মথায়ো, গোবৰত ৰোৱা মানকচুৰ দৰে লহপহ কৰে বাঢ়ি উঠিল। আকৌ মোৰ ভিতৰৰ অৱস্থা মনত পৰিয়েই কালি ময়ূৰপঙ্খীৰ ভিতৰতো খুকুৰি মাৰি দেখিছিলো — চাহপানী এটোপা খাবলৈ নাপাই দিনটোৰ ভোকত কলমতিয়াই থকা পেটৰ পোৰণি, শুকান শৰীৰৰ বাইজাই আৰু মুখৰ মৌন বেদনা ভৰা হতাশাৰ হুমুনিয়াহ। সেইবাবেই তাইক মই, পৰৰ টকাৰে যদিও অযাচিত অনুগ্ৰহ দেখুৱাই নিজেই কৃতাৰ্থ হৈছিলো কিন্তু আচলতে ভাবি চালে সেই টকা পৰৰ নাছিল। কিয়নো অৰ্থবিজ্ঞানৰ জটিল সূত্ৰবোৰৰ অনৰ্থক গৱেষণা কৰি অনৰ্থ নঘটাই — মোৰ দৰে খোলাডিমাৰ ব্যৱসায়ীয়ে এই কথা বঢ়িয়াকৈ প্ৰমাণ কৰি দিব পৰা হলো যে টকা কাৰো বাপেকৰ নহয়, যেতিয়া যাৰ হাতত থাকে তেতিয়া তাৰ। চঞ্চলা-লখিমীয়ে বানপানীৰ দৰে চলচলীয়াহৈ আহি হাতৰ মুঠিত সোমালে কোন দিলদৰদীয়াই নো লোকৰ দুখ দেখি অচঞ্চলহৈ হাত নোজোকাৰি থাকিব পাৰে···

নীলকণ্ঠ ৰৰমনৰ বৰ্ণনাটোৱে ফুটা নাৱত চৌ-চৌৱাই পানী সোমোৱাৰ দৰে মোৰ অন্তৰৰ ফটামোনাখন সহানুভূতিৰ ৰসেৰে সেমেকাই দিবলৈ ধৰিলে।

তেওঁ কৈ আছে, "···চলাই দিওঁ। কিন্তু ভাইটি, তুমি নাভাবিবা যে মই

তোমাৰ ওচৰলৈ টকা-পইচাৰ ধাৰ বিচাৰি আহিছো। এই মাহৰ পৰা মোৰ দৰমহা পাঁচ টকা বাঢ়িল। এতিয়া মই মাহে এশ দহ টকাকৈ পাম। এতেকে মই তোমাৰ ওচৰলৈ বৰ আশা এটা কৰি আহিছো। তুমি ইচ্ছা কৰিলে নিশ্চয় মোক সহায় কৰিব পাৰা, নগৰীয়া।"

মই কলো, "কোৱা বৰমন, কি সহায় লাগে? পাৰিলে সহায় কৰিম বুলি মই কথা দিলো বাৰু।"

এইবাৰ বৰমেনে যি হাঁহি মাৰিলে তাত দাঁত দেখা নগল যদিও সি 'ৰঙীন আশাৰ লাজুকীয়া হাঁহি' — তেওঁৰ চকুৰে মুখে বিৰিঙি ওলাল। তাৰ পিছত তেওঁ ক'লে, "কৈছো নহয়, তোমাৰ দালালী প্ৰতিষ্ঠানে ঘটকৰ কাম কৰে বুলি। মোৰ পাছ-বুকত যি আছিল অৰ্থাৎ মুঠতে পঞ্চাশ টকা আছিল আৰু তাকে মই তুলি লৈ আহিছো। মই শুনিছো যে, তোমাৰ দালালী কাৰ্যে একোখন বিয়াৰ ঘটকৰ দালালী হাজাৰ-পাঁচশ টকা মানকৈ লয়। ইপিনে চোৱা, মই নিজেতো ছোৱালী···মানে তুমি জানাই···মই কি কম?"

"জানো জানো, সেই বিদ্যা-বুদ্ধি আৰু স্বভাৱ তোমাৰ নাই।"

তেওঁ ক'লে, "তেনেহলে এতিয়া কওঁ শুনা, বিয়া মই কৰাবই লাগিব আকৌ ইয়াৰ বেছি দালালীও দিবৰ ক্ষমতা নাই। এতিয়াই মই তোমাক এই পঞ্চাশ টকা···" বুলি তেওঁ জেপত হাত সুমালে।

মোৰ ভিতৰত কিহবাই উচ্চাৰণ কৰিলে 'বেচেৰা', আৰু লগে লগে তেওঁৰ হাত খনত ধৰি বাধা দি কলো, "ৰ'বা বৰমন, টকা তুমি এতিয়া দিব নালাগে। মই উভতি অহালৈকে বাটচোৱা।"

তেওঁ দুয়োহাতেৰে মোৰ হাতখনত ধৰি কাতৰ ভাবেৰে ক'লে, "নহয় ভাই, তুমি বুজা নাই। যিজনী ছোৱালী মই বিয়া কৰাব খোজো তাত আন এজন প্ৰাৰ্থী লাগিছেহি। দুই এদিনতে বিয়াৰ বন্দবস্ত হৈ যাব। গতিকে তেতিয়া আৰু মোৰ আশা নেছেল··· "

আইনমতে হয়তো মই খং খোৱাহে উচিত আছিল হবলা। কিয়নো শুভযাত্ৰা এটা কৰি ওলাবৰ সময়ত এই আপদীয়াটোৱে আহি বাধা দি মোৰ তামাম মেজাজ মাটি কৰি দিলে। এইদৰে তাৰ মৰ্জি মাফিক মাৰ্ফতে তাক মেহেৰবানি কৰি মোৰ হুৰমত বৰ্বাদ কৰিব লাগিলে ৰবলোকী-ইজ্জৎ বাচিবনে? তথাপি তা চলচলীয়া শিৰ-নেত্ৰলৈ নজৰ পৰি আইনৰ নজীৰ

নাকচ কৰি দি কলো, "হেৰা বিয়া-বলিয়া-বৰমেন, তোমাৰ সাদিৰ বাবে মোৰ নোকৰিটো বৰবাদ কৰিব নোৱাৰো। এতিয়া মই এমিনিট পলমো কৰিব নোৱাৰো। মই ঘূৰি নাহোমানে তুমি বাটচোৱা, মই কথা দিলো, বিনা দালালীৰে তোমাৰ বিয়া মই বন্দৱস্ত কৰি দিম। যোৱা এতিয়া··· "

তেওঁ কাকুতি কৰিলে, "তুমি বুজা নাই নগৰীয়া, বিয়াৰ খা-খৰচ মই কৰপৰা কৰিম? এইজনী ছোৱালী হলে··· "

বুদ্ধি এটা টান মাৰি উলিয়াই মই কলো, "হৈছে, বুজিছো ৰ'বা। মই দিহা দিওঁ শুনা, তুমি ইয়াৰ পৰা চিধাই দালালী প্ৰতিষ্ঠানলৈ যোৱা। তাৰে অফিচত সোমালে এজনী ছোৱালীক দেখা পাবা। তেওঁ দালালৰ চেক্ৰেটৰী। তুমি তেওঁৰ ওচৰলৈ গৈ কবা যে তোমাক নিনাও নগৰীয়াই পঠিয়াইছে। মালিকৰ সৈতে দেখা কৰি দিব লাগে। তাৰ পিছত মালিকৰ সৈতে দেখা হলে তুমি তেওঁক মোৰ কথামতে যোৱা বুলি কবা। তেওঁ যি আদেশ দিয়ে সেইমতেহে কাম হব। তেওঁ মুনিব, মই তাবেদাৰ। যোৱা এতিয়া পলম কৰাৰ সময় নাই।" ইয়াকে কৈ মই থিয় হলো।

মোক দেখি বাধ্যত পৰি তেৱোঁ থিয়হৈ আশা-নিৰাশাৰ ভাবেৰে বিদায় লৈ ওলাই গ'ল।

মই ভিতৰলৈ গৈ দেখিলো ইতিমধ্যে শ্ৰীমান নেৰিয়াৰামে সামৰি-সুতৰি সাজু হৈ সকলো বস্তু বাৰাণ্ডাত উলিয়াই থৈ পানী গৰম কৰি চাহ দিবলৈ ৰৈ আছে। তাৰ অভিজ্ঞতা, উৎসাহ আৰু কামৰ পৰিপাটী দেখি মোৰ মনত বৰ ভাল লাগিল। অথচ পৰহি প্ৰথমে তাৰ জলহু চেহেৰাটো দেখি মনত মই যি ভাবিছিলো সেই কথা মনত পৰাত নিজৰে লাজ লাগিল।

## সাত

মটৰ চলিছে। আচলতে কিন্তু 'চলাইছে' বুলি কলেহে কথাটো খিলি খাই মিলি যায়। তাৰ কাৰণো নথকা নহয়, অৰ্থাৎ মটৰখনৰো বল পৰি — সেই যে ডি-এচ-পি (অৰ্থাৎ ডবল-চালাম-পোৱা) চাহাবে সিবাৰ কিনা মটৰখন দেখি, দুই এজনে, সেইখন টানি লৈ ফুৰাবলৈ লগতে এহাল চেঙেৰা

বলদো ফিনিবলৈ উপযাচি দিহা দিছিল, তেনেকুৱা হবলৈ আৰু দহ বছৰ বাকী। গতিকে নিজৰ বুকত নিজে হাত দি কব পাৰি যে এতিয়া তাইৰ বেছ ৰূপহী-বাংগালী অৰ্থাৎ তজবজীয়া যৌৱনাৱস্থা আৰু উৰেঁা উৰেঁা ভাব অৰ্থাৎ পৃথিবীৰ ধূলি মাটি এৰি প্ৰায়েই আকাশেৰে যাবলৈ লাফ মাৰে। ইপিনে তাইৰ সাৰথি, (মানে পাইলট বোলাহে উচিত হব হবলা) তেওঁ এলাপেচা বিধৰ নহয়। কবলৈ হলে তেৱোঁ মটৰৰ দৰে উতমুৱা ডেকা, গাৰ তেজৰ পিৰপিৰণি আৰু মনৰ উলাহ-বিলাহৰ লগতে ফুটনি (ইচ্ছা হলে কোনোবাই বাহাদুৰিও কব পাৰে) পূৰা মাত্ৰাই বৰ্ত্তমান। কাৰো বদনাম কৰলৈ ইচ্ছা নাই বাবে অমুকাই মনতে দৰিয়াপ কৰিছো যে কিছুমান নৱীৰ সাৰথি আৰু ন-কৈ লাইচেঞ্চ পাই 'চেঞ্চ' আহিবলৈ বাকী থকা ড্ৰাইভাৰৰ তালিকাতে এওঁৰো নাম ভুক্ত কৰিব পাৰি।

মোৰ গলগ্ৰহ শ্ৰীমান নেৰিয়াৰাম আজি পূৰা মাত্ৰাই তাৰ ভূতপূৰ্ব মালিক ডেনেহী চাহাবৰ ভাষাত 'বোয়' আৰু মোৰ মতে চাপ্ৰাছি। ড্ৰাইভাৰৰ ওচৰতে সি কায়দা মাফিক ষ্টাইল কৰি বহিছিল। বাটতে এঠাইত মটৰ ৰাখি তাক মোৰ ওচৰলৈ মানে পাছৰ ছীটলৈ আনিলো। সি তাৰ দুৰ্ঘোৰ আপত্তি সত্বেও মোৰ কথা পেলাব নোৱাৰি আহিল যদিও প্ৰথমে মটৰৰ মজিয়াতে বহিছিল। মই হাতত ধৰি গাদীত বহুৱাই দিয়াত অগত্যা সোঁতমোট খাই মুঠতে এবেগেত মান ঠাই অধিকাৰ কৰি বহি দুৱাৰত লাগি থাকিল।

আমি যাত্ৰা কৰাৰ আগেয়ে শিলঘাটৰ বিষয়ে তাৰ সৈতে আলচ কৰি মই ওৱাকিফ হবলৈ সময় নাপালো। গতিকে কোনোদিনে নেদেখা ঠাইখনৰ বিষয়ে আগধৰি ভু-ভা লৈ যোৱা ভাল। নেৰিয়াই তাতে চাৰি বছৰ চাউল খাই অহা বুলি অথনি কৈছিল। গতিকে সেই ঠাইৰ সকলো খা-খবৰ যে সি বঢ়িয়াকৈ জানে এই কথা অতি সহজে বুজিব পাৰি।

মোৰ অনুমান সঁচা। হেৰিয়াৰ পো নেৰিয়া দেখাত জলহু আছিল যদিও সি পৰহি নিজেই তাৰ গুণ বৰ্ণাইছিল যে সি 'সাত ঘাটৰ চেঙেলী'। আকৌ 'হেৰিয়াৰ-পো' শব্দটোও তাৰ নিজ মুখেৰে ওলোৱা বিশেষণ দেই।

মোৰ প্ৰশ্নৰ উত্তৰত সি শিলঘাট নগৰৰ কথা বিবৰি কবলৈ আৰম্ভ কৰিলে। মই মনোযোগেৰে শুনি থাকিলো।

মাজে মাজে আমাৰ সাৰথিয়ে, সৌ তাহানি কালৰ দুষ্যন্ত মহাৰাজৰ ৰথ

আকাশেৰে চলোৱাদি, যেন পৱন-সঞ্চাৰে শূন্যেৰে উৰাইহে নিয়ে। আলিৰ ওপৰত যিবোৰ ঠাইত খলাবমা থাকে সেই খালবোৰত ৰথ-চক্ৰই মাটি নোচোৱে, তাৰমানে বামৰ পৰা হাফলা দি বামত পৰেগৈ। নেৰিয়াই কোঁচমোচ খাই বৰ সাৱধানেৰে ডুৱাৰত ধৰি বহি থকা বাবে মটৰে জপিয়ালে তাৰ মুৰটো বেছি ওপৰলৈ নুঠে। কিন্তু অমুকাৰ বেলিকা হলে সেই নিয়ম অচল। কিয়নো অমুকাই 'আৰাম হামাৰ হায়' কৰি গাদীৰ মাজ ভাগত বহি থকা বাবে আকৌ তাৰ লগতে মোৰ মুনিব হতশ্ৰীহতী দালালে ৰথা নাম মতে খুদমান বাওনা হোৱা বাবে বহি থকা গাদীখনে একো একোবাৰ এনেভাবে ওপৰলৈ, দলি মাৰি পঠিয়ায় যে ওপৰত ৰথৰ ছৈখন নথকা হলে হাৰৈৰ দৰে আকাশলৈ গৈ তাৰ পৰা 'এয়াৰ-ড্ৰপ' কৰা চেনিৰ বস্তাৰ দৰে ধুপুচ কৰে পৰি চৌছিৰ হলো হেঁতেন।

গাওঁ আওপুৰণি যদিও নামৰ বাহাৰে চিৰকাল নতুনকৈ ৰখা নগাওঁ নগৰ পোৱাত আমাৰ পাইলট আৰু তাৰ যন্ত্ৰ-যানৰ পিয়াহত অণ্ঠ-কণ্ঠ শুকাল। সি চাহৰ দোকান এখনৰ সমুখত মটৰ ৰখালে। নেৰিয়াই একে জাপতে নামি তাৰ আগৰ ঠাইলৈ গ'ল। তেতিয়াহে অমুকাৰ নজৰত পৰি মালুম হ'ল যে মই অথনি তাৰ গোসাঁই পূজা কৰিবলৈ অনা খাদ্যবোৰ টোপোলাৰ ভিতৰত টিফিন কেৰিয়াৰত সুমাই আনিছে। সিয়েই মোক আদেশ দিলে, "আপুনি ইয়াতে আৰাম কৰক হুজুৰ, আপোনাৰ টিফিন এতিয়াই লৈ আহিম।"

অমুকাৰ গাটো সাতখন পাঁচখন লাগিল। মনত গৰ্ব্ববোধ কৰিলো যে, নেৰিয়াৰ মনত হওক বা নহওক ব্যৱহাৰত আজি মই তাৰ ডেনেহী চাহাবৰ চামিল। ইয়াকে কয় হবলা — 'টোকনতে ইমান, ঠেং পালে বা কিমান ?' তাৰমানে লোকৰ নোকৰি কৰি, লোকৰ পইচাৰে মহাজনহৈ, লোকৰ মটৰত চকৰ ফুৰি, বাপ জনমত নেদেখা-নুশুনা চাহাবলোক বুলি নিজকে কল্পনা কৰি গপত গণ্ডাটোপহৈ, ফুটনিৰ স্পুটনিকত মহাকাশতহে বিচৰণ কৰিছো যেন !

চাপ্ৰাছিয়ে ড্ৰাইভাৰক লগতলৈ চাহ দোকানলৈ গ'ল। তাৰ আদৱ-কায়দাত সমূলি হেৰফেৰ নাই। দোকানৰ পৰা ট্ৰে এখনত তুলি, টাৱেল এখনেৰে ঢাকি, ( তাৰ ডেনেহী চাহাবক দিয়াৰ দৰে নিশ্চয় ) টিফিন নাইবা কিবা হাজিৰা আদি নামো হব পাৰে, — থাক অমুকাই কাহানিও দেখাৰ সুযোগ পোৱা নাছিলো — হাজিৰ কৰি লৈ আহিল। আমাৰ সৰল ভাষাৰে চাহ-মিঠাই

আনিলে বুলিহে কব লাগিব। মোৰ সমুখত স্যুটকেচটোৰ ওপৰত দি সি নিজে মটৰৰ পাছফালে থিয়হৈ থাকিলগৈ। মই সোধাত আনে মুগুনাকৈ সৰুকৈ ক'লে বোলে চাহাব পোৱালীক খুওৱা সেইটোৱে হেনো দস্তৰ।

'বহু বিদ্যা যাৰ ভাত নিমিলে তাৰ' — দুখ লাগিল ইয়াকে ভাবি যে অভিজ্ঞতাৰ মোনাখন কাণসমানে ভৰপূৰ, চালাক-চতুৰ আৰু কৰ্ম্মঠ এই নেৰিয়াৰামে ফুটবলটোৰ দৰে উজনি-নামনি সদৌ অসম এনেকি সৰ্ব্বসাধাৰণে গচকিব নোপোৱা ৰাজধানী (মানে ৰজাৰ দৰে ধনী য'ত থাকে, ইয়াত কি সমাস হৈছে, ভেঙ্কাচাৰ্য্যক সুধিলে অলপ মূল্যলৈ কৈ দিব) পৰ্য্যন্ত চক্কৰ কৰি ফুৰিছে অথচ তাৰ মূল্যৰ কদৰ কেৱে নকৰিলে। কম কথাতনো সি কয়নে বোলে 'চব হেৰিয়াইতৰ হাৰ্ট নাই'। আকৌ এনেহে অমুকাৰ নচিবৰ ফেৰ যে বাগৰি-চাগৰি, ঘূৰি-পকি পকাহৈ আহি নিঠৰুৱা নেৰিয়া নিছলা নিনাওৰ চপনীয়া-গলগ্ৰহহৈ চাপি মোকহে যেন হুলাবাৰিৰে খোচ মাৰি চৰগত তুলি দিলে। কিয়নো সি মোৰ ঘৰত চপা খেনৰ পৰাই অমুকাৰ ইয়াদ্ হৈছে যে সি মোৰ সৌভাগ্যৰ সোণৰ জখলা।

আমি যেতিয়া পুনৰ যাত্ৰা কৰিলো তেতিয়া নেৰিয়াই আকৌ আগৰ ছীটত বহিলগৈ। মোৰ অনুৰোধ বা আদেশ মানি মোৰ লগত বহিবলৈ কোনোমতে ৰাজী নহল। কিয়নো তাৰ মতে আমাৰ গন্তব্য ঠাই পালে আৰু মানুহে এই কাণ্ড দেখিলে, তেতিয়া মোৰ হুৰমতৰ হানি হব। আগৰ ছীটৰ পৰাই মোৰ মূৰাহৈ ঘূৰি এতিয়াহে সি সুধিলে, "শিলঘাটৰ নো কাৰ ঘৰলৈ যাব হুজুৰ? মই হলে ডাক-বঙলালৈ যোৱাহে ভাল দেখো দেউতা।"

অলপ আগেয়ে আমি কথা পাতিছিলো আৰু বিয়া এখনত নাৰদ লগাব লাগে বুলি তাক কৈছিলোও কিন্তু সি কোনো ৰকমৰ উৎসাহ নেদেখুৱা বাবে — এই কেলেহুৱাই নো কি সহায়ভাল কৰিব বুলি ভাবি, তাক কাৰো নাম-চাম কোৱা নহল। এতিয়া সি সোধাত তাক হেয়জ্ঞান কৰি উত্তৰ দিলো, "নহয়, জোৰণ দিব লাগিলে কইনাৰ বাপেকৰ ঘৰলৈহে প্ৰথমে যোৱা উচিত, নহয় জানো?"

"কিন্তু হুজুৰ, আপুনি নাৰদ লগোৱা কথাহে মোক কৈছিল?"

"এৰা, ঠিকেই কৈছিলো আৰু সেইটোহে মোৰ কাম। পিছে এই জোৰণ দিয়া কথাটো তাৰে এটা আহিলা, বুজিছ? এই কামত তই জানো কিবা সহায় কৰিব পাৰিবি, বাচা?"

সি খানিকমান পৰলৈ কিবা ভাবি সুধিলে, "কইনাৰ বাপেকৰ নামনো কি হজুৰ? তাৰে পুৰণি মানুহ হলে মই নিশ্চয় চিনি পাম।"

"সদাশিৱ সাধু।"

"অ' মোৰ পিতলৰ গোসাঁই ঔ, মই মৰি নোযোৱাই ভাল⋯" নেৰিয়াই আটাহ পাৰি উঠিল।

ড্ৰাইভাৰে হঠাতে মটৰৰ স্পীড কমাই দি নেৰিয়াৰ কিবা হ'ল ভাবি তাৰ মুখলৈ চালে। মই তাৰ একো অথন্তৰ হোৱা নাই বুলি ড্ৰাইভাৰক আশ্বাস দিয়াত গাড়ীয়ে আকৌ পূৰ্ব্বৰ বেগত চলিবলৈ ধৰিলে। মই নেৰিয়াক সুধিলো, "কি হ'ল অ' বাচা?"

সি উত্তৰ দিলে, "তেখেত মানে সাধু বৰবাবু সাংঘাতিক ডাঙৰ মানুহ দেউ।"

মই সুধিলো, "সাংঘাতিক মানে? কিবা ভয়ৰ কাৰণ-চাৰণ আছে নেকি অ' নেৰিয়া?"

নেৰিয়াই ক'লে, "আপোনাৰ বাবে ভয়ৰ কাৰণ আছে নে নাই নাজানো হজুৰ কিন্তু তেখেতৰ তলতীয়া চবে তো ভয়তে কঁপি থাকেই, এনেকি শিলঘাটৰ আন মানুহ বিলাকেও বৰবাবুক ভয় আৰু বৰ খাটিৰ কৰে। তাৰ কাৰণ আছে, নিজে বুজি লওক, হজুৰ। মই সাংঘাতিক বুলিছো — কিয়নো শিংৱালাক দেখিলেই ভয় লগাৰ লেখিয়া লথামুৰা ষাঁড়কো ভয় কৰাৰ কাৰণ নাই হজুৰ?"

মই কলো, "হেৰ' ডেম্ফুল, বোলো সাংঘাতিক কাক বোলে জাননে? কওঁ শুন, যিবোৰ মানুহ চোৰ. গুণ্ডা, বদমাচ, দস্যু, দুৰ্ব্বৃত্ত-দাগী সেইবোৰকে মানুহে সাংঘাতিক বোলে, ভাল মানুহক কেলেই বুলিব?"

সি ক'লে, "নহয় হজুৰ, সাংঘাতিকৰ আৰু বহুত কথা আছে। এতিয়া সাধু বৰবাবুৰ কথা কওঁ শুনক, তেখেতে জাহাজ ঘাটত কাম কৰে বাবেই হবলা ঘৰতো ঘৈণীয়েকে কিন্তু সাংঘাতিক বুলি সদায় কয়। তেওঁতকৈ সাধু-আই আকৌ এখোপ চৰা জানিব। তাৰ পিছত আৰু এটা কাৰণ এই যে তেখেতে মৰণাৰ ধান কোঁচোৱাদি মালে-বস্তুৰে, টকায়ে-সিকায়ে, আনি ঘৰ ওপোচাই পেলোৱা বাবেও সকলোৱে তেওঁক সাংঘাতিক বুলি কয় হজুৰ। কিন্তু দেউতা, মই হলে ভাবো যে সবাতোকৈ ডাঙৰ কাৰণ এটা আছে।"

আগ্ৰহেৰে মই সুধিলো, "ভাঙিয়েই কচোন বাৰু?"

"কওঁ শুনক হজুৰ" নেৰিয়াই গম্ভীৰহৈ ক'লে, "তেখেতৰ মুখখন এখন নাও⋯"

"উ-ৰা !!"

"হয় হজুৰ, ঠিক কৈছো।" নেৰিয়াই ক'লে, "সাধু দেউতাই যেতিয়া কিবা কাৰণত হাঁহে তেতিয়া তেওঁৰ মুখখন সোঁকাণৰ পৰা বাওঁকাণলৈ দীঘলহৈ পৰি কাণ-বৰাবৰ হয়। তেওঁৰ ওঠ দুটা এখন টুলুঙা নাওৰ দৰে হয় যেনিবা।"

তাৰ বৰ্ণনা শুনি মই হাঁহি দিলো। সি ক'লে, "বন্দীয়ে আচল কথা কলে বিশ্বাস নকৰে হজুৰ, নিজে গৈ দেখিলে তেতিয়া মিলাই চাবচোন, অমুকাৰ কথা সঁচা নে মিছা। ইয়াৰ উপৰিও আন এটা কাৰণ আছে হজুৰ, মানে তেৰজনী যাৰ ছোৱালী··· "

"আ-অ'! কি কলি বাচা?"

"ভুল কোৱা নাই দেউতা।" সি ক'লে, "বৰবাবু সাধু দেউতাৰ তেৰ আৰু ভায়েক সাধু চাহাবৰ সাত, মুঠতে এই কুৰিজনী (ইতিমধ্যে আকৌ কিমান বাঢ়িছে মই নাজানো হলে) ছোৱালীৰ ভৰত তেখেতৰ চাংবঙলা তেনেই দল্‌দপ্‌কৈ ভূইকঁপত কপা দি নাচি থাকে।"

মই সুধিলো, "হেৰ বাচা, সাধুৰ ভায়েকৰো তাতে আশ্ৰম নেকি?"

মই প্ৰশ্ন সুধি থাকিলো আৰু সি উত্তৰ দি থাকিল। তাৰ উত্তৰ চমুকৈ এয়ে হ'ল যে, সদাশিৱ সাধুৰ ভায়েকৰ নাম পশুপতি সাধু। তেওঁ সাধু-টি-ইষ্টেট চাহাব। অৱশ্যে দুয়ো সাধুৱে মালিক যদিও বাগিচা তেওঁ অকলে চলায় বাবে তেওঁক মানুহে সাধু চাহাব বোলে আৰু জাহাজৰ বৰবাবু হোৱা বাবে সদাশিৱক মানুহে বৰবাবু বুলি মাতে। তেওঁ জাহাজৰ অফিচত চিগাৰেট হুপি বহি থাকে আৰু দেখৰ মানুহমখাই নো কিঁ কাৰণত তাতে তেওঁক নোটেৰে পূজা কৰি জেপ ওপোচাই দিয়ে সেইকথা নেৰিয়াই গম নাপায়। কিন্তু মানুহমখাৰ জানো চকু নাই? বৰবাবুৰ আগত কব নোৱাৰে যদিও পাছত হলে ভুনভুনায় যে বৰবাবুৱে বিনা পইচাই কাৰো মুখ নাচায়। অৱশ্যে বৰবাবুৱে হলে কাকো খুজি মাগি বা ফাকি-ফুকা দি টকা নলয়, জোৰ কৰি আদায় কৰে···

মোৰ মনত পৰিল দিলদৰিয়াই সিদিনা দিয়া উপদেশৰ কথা, যে পাঁচ টকা মিঠাইখোৱা বুলি নিদি দহটকা ডিমাৰেজ দিয়াটো মূৰ্খৰহে কাম। নেৰিয়াৰ কথাবোৰ মনোযোগেৰে শুনি আছো। কুৰিজনী ছোৱালীৰ কথা সি আকৌ এবাৰ ভালদৰে বৰ্ণনা কৰাত হঠাতে অমুকাৰ মনত — যাদৱৰ নে মাধৱৰ — পাটীগণিতৰ অঙ্ক এটা মনত পৰিল, 'এজন বুঢ়াৰ নটা তিৰি, নটা নটাকৈ হল

ছলি, নটা নটাকৈ দিলে কল, কলে মানুহে কিমান হ'ল?' কিন্তু ইয়াত দেখিলো দুজনৰ কুৰি। তথাপি গড় হিচাব ধুলিয়াই বৰ সাধুৰ তেৰ সংখ্যাকে ধৰি তাৰে আকৌ গাইপতি তেৰ-তেৰগুণকৈ যদি বঢ়োৱা যায় তেতিয়া হলেও দেখোন — বিহ-মেটেকাই বিয়পি পৰা বিলৰ দৰে — গাৱেঁ-নগৰে একাকাৰ কৰিবলৈ অধিক দিন নালাগিব।

সদাশিৱ সাধুৰ প্ৰকৃতিৰ কথা শুনি মই মনতে আশঙ্কা কৰি সুধিলো, "তেনেহলে আমি কিবা বিপদতহে পৰিব লাগিব নেকি অ' বাচা? কামটো কৰিবলৈ শেনৰ দৰে আহি কেঁচুৰ দৰে উভতি যাব লাগিলে অকল আমাৰ নাক কটা যোৱায়েই নহয়, মুনিবৰ পাঁচ হাজাৰ টকা লোকচান হব। তাৰ উপৰিও এতিয়াই তই যিহে ভয় খুৱাই দিলি তাকে শুনি মোৰ মনত বৰ চিন্তাহে হ'ল।"

সি মোক অভয় দি ক'লে, "আপুনি ভয় খাবও নালাগে চিন্তাও কৰিব নালাগে হজুৰ। আপোনাৰ গোলাম এই হেৰিয়াৰ পো নেৰিয়া থাকোতে আপোনাৰ কোনো ভয় নাই। সাধু বৰবাবু বৰ সাংঘাতিক মানুহ আৰু মই আগেয়ে শুনা হলে আপোনাক এই কামটোৰ ভাৰ লব নিদিলোহেঁতেন, এই কথা ঠিক। পিছে দেউ কামটো যেতিয়া ললেই আৰু আমি আহি শিলঘাটত সোমালো যেতিয়া তেনে থলত ভয় খাই উভতি যামনে? আপোনাৰ এই নেৰিয়াৰাম আছো আৰু তাৰ পিতলৰ পৰভু নাই জানো? তেৰাই আমাক সহায় নকৰিব জানো? এতেকে আপুনি নিৰ্ভয়ে থাকক, অমুকাই চব কাম সমাধা কৰি দিম। পিছে আপোনাৰ কিটিপটো মোকো এবাৰ এতিয়াই জনাই থওক হজুৰ।"

তেতিয়াহে মই শাহুৰ হতুৱাই লিখাই অনা চিঠিখন তাৰ হাতত দিলো আৰু ময়েই এবাৰ পঢ়ি শুনাই দিলো। তাৰ পিছত মনতে ভবা কাৰসাজিটো তাক ভালদৰে বুজাই দিলো। মোৰ কথা শুনি উল্লাসতে সি নিজৰ বুকুত কেইটামান চাপৰ মাৰি ক'লে, "আপোনাৰ আৰু কোনো চিন্তাই নাই দিয়ক হজুৰ। অমুকাই অকলে সাধুদেউতা বৰবাবুক জোলোকে জোলোকে চেঁচাপানী পিয়াই দিম। তেখেতৰ ঘৰতে মই চাৰি বছৰ চাউল খাই গৈছিলো দেউ, সেইবাৰ তেওঁ মোক যি কৰিছিল এই সুযোগতে ময়ো বাপেকে তাৰ পোতক তুলি শতক শালিম। এই চিঠিখন মোৰ লগতে ৰাখিলো হজুৰ।"

হঠাতে নেৰিয়াই কথা বন্ধ কৰি আগমুৱাহৈ বহিল। মোক ইসাৰা দি

জনালে যে আমি সদাশিৱ সাধুৰ ঘৰ পালোহি। কৌতুহলেৰে মই সমুখৰ ফাললৈ চালো। নেৰিয়াৰ নির্দেশমতে ড্ৰাইভাৰে নঙলামুৰত পোতা কলপুলিৰ তলত মটৰ ৰখালে।

পোহৰ আৰু আন্ধাৰৰ চুমা-খোৱাখুই সমিলমিল অর্থাৎ দিন আৰু ৰাতিৰ বিদায় লোৱা আৰু দিয়া পৰৰ চেনেহ-চাৱনি। তাৰমানে পোহৰ যাওঁ যাওঁ, আন্ধাৰ হওঁ হওঁ — যিদৰে সদাশিৱৰ কোনোবা এজনীয়ে মুকলি মূৰ এৰি থওঁ থওঁ, ওৰণি লওঁ লওঁ কৰিছে — ঠিক সেই সন্ধিক্ষণ মিলিছে।

হঠাতে অমুকাৰ মনত পৰিল, হিৰণ্যকশিপুক হেনো এই সন্ধিক্ষণত বধ কৰিছিল। তাকে ভাবি মোৰ বুকুৰ ভিতৰত চিৰিং কৰে কিহবাই ঘণ্টা বজাই সাৱধান কৰি দিলে। সৌ চাংবঙলাৰ পৰা কিবা এটা মূৰ্ত্তি নামি আহিব ধৰা মোৰ নজৰত পৰিল। তলৰছোৱা নিশ্চয় মনুষ্য আৰু ওপৰৰ ছোৱা বহু মেহনত কৰিও মনিব নোৱাৰি মালুম কৰিব পৰা নগল।

সেইটোৱে দীঘল খোজেৰে আহি কাষ চপাত মোৰ কলখোৱা ধাতু উৰিব যাবলগীয়াহে মনতে উচ্চাৰণ কৰিলো— 'হে নেৰিয়াৰ পিতলৰ গোসাঁই' — কিয়নো অলপ আগেয়ে নেৰিয়াই যে বর্ণনা দিছিল, অবিকল তেৱেঁই এওঁ বা এৱেঁই তেওঁ। দাঁত মুলিওৱাকৈ ওঠ টিপি হাঁহি মাৰি অহাত ওঠৰূপী নাৱৰ বাৰছুটা দীঘলহে কোৱাৰীৰূপী টুলুঙা নাওৰ কৰি দুটা দুয়ো কাণত লাগিছেগৈ। অমুকাই নিজৰ মনতে দৰিয়াপ কৰিলো যে এই দৈত্যৰাজক নির্ম্মাণ কৰিবৰ সময়ত বিশ্বকর্ম্মা দেৱতাই নিজ হাতেৰে বোকা-মাটি নখচি তেৰাৰ কোনোবা অপৈণত ছাত্র বা পাচনিক সদাশিৱৰ শৰীৰটো সাজিবলৈ লগাই দিছিল। সেইবাবে শিক্ষানৱীশৰ কেঁচাহাতৰ চিন এওঁৰ মুখত জলজল-পটপটকৈ হৰেক ৰকমে বিৰাজমানহে আছে। বিতংকৈ কবলৈ হলে — সদাশিৱৰ থুতৰিটো এটা উধান বিশেষ, তাক ওলোটাকৈ মুখত জোৰা লগাই থোৱা হৈছে। নাকটো নদীৰ ওপৰলৈ বাঢ়িযোৱা আগিয়াঠুটি পাহাৰৰ জোঙা শিলটোহে যেনিবা। এই শিল আৰু উধানৰ মাজত যিটো গহ্বৰ বা মুখগুহা তাক যদি 'থাইবৰ পাছ' বোলা হয় তেনেহলেও সদাশিৱ সাধুৱে হাঙ্গামা কৰি কাৰো হৰকত কৰিব নোৱাৰে বুলি অমুকাই হলফ কৰি কব পাৰো। তেওঁৰ মুখখন গাইমুৱা। গোঁফ ৰখা হলেও সি নিশ্চয়, পাহাৰৰ গুহাত গজা কেঁকো বাঁহে আকাশ নেদেখাৰ দৰে, নাকৰ চেপাৰ অন্ধকাৰতে থাকিব লাগিল

হৈতেন। ওথ গাল, ওথ নাক আৰু ওথ কঁপাল এই তিনিচুকীয়া বিবৰত থকা চকু ছুটা পাহাৰৰ দাঁতিত ৰেলৰ আলিৰ ছুয়োকাষে জলাই থোৱা নীলা লাইট ছুটাহে যেন — পিত্‌পিতকৈ জ্বলি আছে।

সাধুবাবা বা সাধুবাবু যিয়েই নহওক, তেৰাৰ মুখ-খুবলিৰ পৰা আনন্দ বিহ্বল বেৰনি ওলাল, "এ· এ···জোৱণ আনিছে···এ···আনিছা···" বুলি মোৰ ফালে চাই মোৰ খুদমান্ অৱয়ব দেখি তেওঁ হয়তো মনতে কিবা আশাৰ ৰেঙণি দেখিলে হবলা। গুমৰ ৰাখি কথাৰ স্থৰ ঘূৰাই উচ্চাৰণ কৰিলে, "···বোপাই?"

অমুকাৰ চমজিবলৈ বাকী নাছিল যে 'আহেনে নাহে' এই উগুল থুগুল ভাবত সাধুবাবাৰ মূৰত উনপঞ্চাশ বায়ুৱে — বয়লাৰৰ ভিতৰৰ বাষ্পই বয়লাৰকে ফটাব খোজাৰ দৰে — সদাশিৱ বাবুৰ লাউখোলাটো বোধকৰো গুৱাহাটীলৈকে উৰাই নিব খুজিছিল। সান্নিপাতৰ গৰমত মূৰত শতমূলৰ ভৰণ দিয়াৰ দৰে মই জোৱণৰ খবৰ দি তেওঁক শান্তিৰ জুৰণ দিলো, "ওঁ··· "

সাধুৱে মটৰৰ ওচৰ চপাৰ লগে লগে অমুকাৰ চাপ্ৰাছি নেৰিয়াৰামেও ষ্টাইল কৰি মটৰৰ পৰা নামি তেওঁৰ সমুখলৈ আহিছিল। মোক আনকথা কবলৈ স্থবিধা নিদি সি তাৰ মিলিটৈৰী কায়দাত চালাম কৰি মুখেৰে উচ্চাৰণ কৰিলে, "গুডিভিনিং ৰৰবাবু দেউতা।"

সাধুৱে হয়তো তাৰ মাত চিনি পায়ে চেহেৰা চিনিব নোৱাৰি তেওঁৰ জোনাকীপৰুৱা নয়নযুগল নেৰিয়াৰ মুখৰ ওচৰলৈ আনি স্থধিলে, "কোন? কোন অ?"

নেৰিয়াই উত্তৰ দিলে, "মোক আপুনি চিনা নাই, ৰৰবাবু দেউতা? সেই যে নেৰিয়াৰামে যাওঁ বুলিয়েই আপোনাক এৰি··· "

তাক আৰু কবলৈ স্থবিধা নিদি সাধুৱে ক'লে, "এৰা, হয়তোন নেৰিয়া। তোক আকৌ কেলেই নিচিনিম অ' নেৰিয়া? পিছে তোক এই ধুনীয়া বেশেৰে দেখিহে তং কৰিব পৰা নাছিলো। বেছ হ'ল, বৰ ভাল পালো। তই মোৰ ঘৰৰ লৰা, ব'ল ভিতৰলৈ।" তাৰ পিছত মোলৈ চাই ক'লে, "আহা বোপাই, নামি আহা।"

মোৰ নয়ন-কাণ-মন চাংৰঙলাৰ প্ৰতি নিমগণ হৈ আছিল। ভালকৈ মনিব নোৱাৰিলেও তাত শুনিছিলো — উৰুলি (বা উৰুমিও কব পাৰি) জকাৰ (জোকাৰ কলেহে অৰ্থটো জোখাৰে হয়); তদুপৰি উদুলি-মুদুলি, উলাহ-

মাজহ, সৰালৰি-হুৰাহুৰি, দপ্‌দপ্-ধম্‌ধম্-ধপ্‌ধপ্, অথবা এই আটাইবোৰক থুপ খুৱাই কৰলৈ হলে — চাংবঙলাৰ মজিয়াত হুৰেক ৰকমৰ হাতিয়াৰৰ হুৰেক কিচিমৰ আৱাজ লগলাগি যেন বেনপার্টিৰ কিবা এটা অনৈক্য-তান-বাদনৰ অ-সুৰ তুলিছে। মই ভাবিলো, বৰ আশা কৰি আয়তীসকলে আগধৰি আহি বৈ আছিল হবলা; হঠাতে মনত পৰিল, মটৰত নেৰিয়াই কোৱা কথা — সাধুবাবাৰ একুৰি জী···

মই মটৰৰ পৰা নামিলো। মৰম দেখুৱাবলৈও হব পাৰে — সদাশিৱ সাধুৱে মোক সাদৰেৰে সাৱটি ধৰি সেইদৰেই তেওঁৰ চাংবঙলাৰ বৈঠকখানালৈ লৈ গ'ল। তাতে মোক বহুৱাই দি, আদৰ-সাদৰ-সমাদৰ আদি তেওঁৰ কুষ্টোদৰত যত ৰকমৰ কদৰ আছিল তামাম বতিয়াই দি তেওঁ কদৰৰ মৌজোলেৰে মোৰ শৰীৰ-মন শাঁত পেলাবলৈ পাৰেমানে প্ৰচেষ্টা চলালে। কাঠৰ পুতলাত বাটেয়ে হুৰেক ৰকমৰ ৰং লগায়ো সন্তুষ্ট নহৈ তাৰ ওপৰত বাৰ্ণিচ ঘঁহি চিক্‌মিকিয়া কৰাৰ দৰে — সাধুবাবাৰ মৰমসনা মিঠামাতৰ মাজে মাজে ওপৰঞ্চি হিচাবে ওলোৱা সুৱদীয়া সম্বোধন সমূহে মোৰ শৰীৰ-মন — যেন সুগন্ধি আতৰৰ সৌৰভে সন্মোহিত কৰাৰ দৰে — মহমহাই দি শীতল কৰিলে। সেই পৰ্ব্ব শেষ হোৱাত তেওঁ নিজৰ গুণ নিজে গাই, নিজৰ খোচামোদ নিজে কৰি বৰমানুহৰ খোচ মেজাজ জাহিৰ কৰিবলৈ মেহনত কৰিলে।

ইপিনে তেওঁৰ গভীৰ মুখৰ গহীন কথাৰ আপ্যায়নত আপ্যায়িতহৈ অমুকা বেজাই বেকাইদাতহে পৰিলো। কিয়নো মই আহিছো বিয়াখনত নাৰদহৈ জাল ফালিবলৈহে, জোৰণৰ জৰীৰে বান্ধিবলৈ নহয়। মনত পৰিল মুনিবৰ কঢ়া আদেশৰ কথা আৰু কমলা শাহুৰ পাচ হাজাৰ টকাৰ চেকৰ কথা। তদুপৰি মনত পৰিল মোৰ চপনীয়া শুভগ্ৰহৰূপী শিক্ষক নেৰিয়া ৰামৰ সজ উপদেশ, 'যাৰ লোণ খাবা, তাৰ গুণ গাবা'। কিন্তু মোৰ মতলব মাফিক মেহনত কৰিবলৈ বেকাইদাৰ কথা হ'ল এয়ে যে ঢেঁকীত সান্দহ খুন্দাৰ দৰে, সদাশিৱৰ মুখ-খুৱলিত তৰাধুনা দিয়া সদালাপৰ টুকুৰাবোৰে তৰহে তৰহে তড়িৎ গতিতে ওলাই মোক কথাৰ সাগৰত বুৰাই মোক তৰ নোপোৱা কৰাত মই এষাৰ মাতকে মাতিবলৈ ফাঁক পোৱা নাই। তাৰ মাজতে একো একোবাৰ মূৰ দাঙি মুখ মেলি কিবা কওঁ বুলিলেও তেওঁৰ কথাৰ হেচাই — সেই যে লুইতত উটি যাব ধৰা ডুডাল গছক প্ৰবল সোঁতে একেলগ কৰি দিয়াৰ দৰে — মোৰ

মেলা মুখ জপাই দিয়ে। তত্পৰি যি মতলব কৰি মুখ মেলো তাক তেনেই পাহৰাই দিয়ে। তাৰ ফলত অমুকাৰ মতলববোৰ এটাৰ পিছত আনটোকৈ — কেটলিৰ পানী উতলি থাকি ভাপহৈ উৰি গলে কেটলি উদং হোৱা দৰে — হাৱাহৈ ব্ৰহ্মতালুৰে ওলাই বতাঁহত মিলি গৈ অমুকাৰ কথাৰ মোনাখন উদং কৰি থয়।

ভিতৰ মহলত উৰুলি-উৰুমিৰ ৰব-কলৰব আদি হুবেক ৰকমৰ বোল হৰদম চলিব লাগিছে। সেই অনৈক্য-তান-বাদনৰ আৱাজৰ সৈতে লৰা-ঢপৰা, নাইবা নানা তৰহৰ নতুনকৈ আমদানি হোৱা কিবা নৃত্যমো হব পাৰে — যাৰ ফলত সাধু সদাশিৱৰ চাং-আশ্ৰম ভূঁইকঁপৰ জোকাৰণিৰ দৰে থৰহৰি কম্পমান।

অথনি বাটতে আমি বুদ্ধি এটা সাজি লৈ আহিছিলো যে, নাৰদ লগোৱা কামটো ততালিকে কৰি বিয়াখন নাকচ কৰাই দি আমি পোনচাবেই ডাক-বঙলালৈ গৈ কমলা শাহুৰ খৰচৰ টকা খৰচ কৰি খানা খাই গুৱাহাটীলৈ ফাইডং মাৰিম। কিন্তু সম্প্ৰতি কাৰ্য্যক্ষেত্ৰত ইপিনে সাধুৰ বক্ বক্ কৰে বেবনি আনপিনে হেৰিয়াৰ পো নেৰিয়াৰ মুৰ পোলোকনি, তাৰমানে তাৰ এতিয়ালৈকে দেখাদেখিয়েই নাই দেখি মোৰ খংটোৱে — শিলৰ সোপানত বগুৱাবাই পাহাৰৰ টিঙত উঠাৰ দৰে — এখাপ দুখাপকৈ উৰ্দ্ধমুখীহৈ বগাই চিধাই মোৰ মূৰত ভৰি দিলেগৈ। সেই গৰম ভাবতে অন্যমনস্কহৈ নেৰিয়াক কিদৰে নিগ্ৰহ কৰিম তাকে ভাবি আছিলো। কিয়নো কৰ্ত্তব্যৰ বোজাটো অথনি সি উপযাচি লৈ মোক খালাচ দিছে যেতিয়া সেই বিষয়ে অনাহকতে ভাবি মোৰ মগজুৰ ঘিউ খৰচ কৰাৰ আৱশ্যক নাছিল।

হঠাতে কিবা এটা টেঁটটেটেনিয়ে কাণত টহটহাই দিলে। সাধুৰ মুখৰ মাত হৰিল। তেওঁৰ চকুক অনুসৰণ কৰি ময়ো ততালিকে বাওঁফালৰ দুৱাৰলৈ মুখ ঘূৰাই চালো। — হে নেৰিয়াৰ পিতলৰ গোসাঁই! — এখন ফ্লেট, ৰামবিষ্ণু! নহয় নহয়, কিবাবোলেনে, সেই যে ছাপড়া জিলাৰ তাগদৱালা মাঝি বিলাকে মৰাপাটৰ গাঠৰি আকাশলৈ বোজাই কৰি দি তাৰ ওপৰত ত্ৰিপালেৰে ঢাকিদি প্ৰকাণ্ড মাল-নাৱবোৰ কাঠৰ মাস্তুলত কাপোৰৰ পাল তৰি দি লুইতেৰে ভাটীমুৱাকৈ উটুৱাই নিয়ে সেই মাস্তুল এটাৰ সৈতে পালখন দুৱাৰৰ পৰ্দ্দা ঠেলি আমি বহি থকা কোঠালৈ আহিবলৈ ধৰিলে। তাৰপিছতে চকুৰ নজৰ তললৈ নমাই দেখিলো নাওখনো লগতে আহিছে। •কাঠৰ চাঙে কঁপি কঁপি

কিবা এটা আৱাজো কৰিলে। সদাশিৱ প্ৰভুৱে জানিশুনিয়ে হবলা চাংবোৰ ডবল মজবুত কৰি সজাইছিল; নহলে অতপৰে চাংবপুৰাই দণ্ডৱতে পৰি দাঁতেৰে মাটি কামুৰিব লাগিল হেঁতেন।

পুং সাধুৱে চিনাকী কৰি দিলে, "এওঁ মিচেচ্ সাধু। বুজিছা বোপাই মোৰ ৱাইফ।"

তেওঁ কোৱাৰ আগেয়ে তং কৰিছিলো। এৱে বাৰুকৈ বুজিলো, বঢ়িয়াকৈ চমজিলো, কবলৈ হলে বেজাই বুজ হ'ল। কম কথাতনো জ্ঞানীলোকে লিখি থৈ গৈছেনে যে, 'নাৱৰ গৰ্ভে মাৱৰ গৰ্ভে সমান'। ছাপড়া জিলাৰ মাঝিৰ মাল-নাৱৰ কেপাচিটী কেই হাজাৰ মোন তাৰ ভু অমুক্কাই নাপাওঁ কিন্তু মোৰ চকুৰ সমুখতে আৱিৰ্ভূত হোৱা গোসাঁনী-মাৱ যে ত্ৰয়োদশী-কন্যা-জননী সেই বাতৰি অথনি নেৰিয়াৰামৰ পৰা পাইছিলো।

সাধু দেৱতাৰ কথা সমাপন হোৱাৰ পূৰ্ব্বেই মই থিয়হৈ হাতযোৰ কৰি মুখেৰে "নমস্কাৰ" উচ্চাৰণ কৰিলো। টেঁট-টেঁট আৱাজ হ'ল, তাৰমানে ভগৱতী ত্ৰয়োদশী মাৱৰ নাকেৰে নাইবা নাকী-স্বৰেৰে মুখেৰে ওলাল, "বঁহা বোঁপা।" বুলি শব্দ দুটা কোন পথেৰে ওলাল তাক তৰ্কিব নোৱাৰিলো। তাৰ পিছতে সেই একে গ্ৰামতে (অষ্টম বা নৱম কিবা গ্ৰাম যদি আছে তাৰ কোন খাপত পৰিব অমুকাৰ অভিজ্ঞতা নাই) টেঁটনি ওলাল, "আঁয়েঁ দৈঁহিঁ, বঁঢ়িঁয়াঁ লঁৰাঁকঁণ, স্কুঁলঁতঁ নেঁ কঁলেঁজঁতঁ পঁঢ়িঁছাঁ মঁইঁনঁ।?"

সৰ্ব্বনাশ! সোধে কি? এবাৰ মনতে দৰিয়াপ্ কৰিলো — দিমনেকি বতিয়াই বিদ্যাৰ বাহাদুৰিটো জাহিৰ কৰি বাপেকে? হঠাতে ইয়াদ্ আহিল যে তেতিয়াহলে নেৰিয়াই কোৱা 'বিংশ বাহিনী'ৰ এগৰাকী ইনাম স্বৰূপে অমুকাৰ ডিঙিত আঁৰি দি মোক কৃতজ্ঞ কৰাৰ সুবুদ্ধি কৰিবলৈ বেছি পৰ নালাগিব। এতেকে মই নেজ কোঁচাই নিম্নলিখিত ভাও ধৰি কলো, "নপঢ়ো দিয়ক, চাকৰি কৰো।"

সদাশিৱৰ তেতিয়াহে গোলাপী-নিচা পানী উঠিল (অৱশ্যে যদিহে কিবা নিচা কৰিছিল)। অতপৰে তেওঁ মোৰ চা-চিনাকি নলৈ কেৱল নিজৰ নাম-যশ আৰু পৰাক্ৰমৰ কথা নিজে গাই, তাৰমানে নিজকে নিজে চাটু কৰি নিজৰ অৰিষ্টকেশী (aristocracy) অমুকাৰ আগত জাহিৰ কৰি আছিল। এতিয়া ভগৱতী মাৱৰ আৱিৰ্ভাবস্থ বাবা বেজাই বেকুব বনি গ'ল — সেই যে আমাৰ কবি

৺গোবিন্দ মিশ্র দেৱে শাস্ত্রত কৈ গৈছে, 'যিটো গৃহবাস ভাৰ্য্যাৰেসে দাস, কহিলো পৰম আৰ্য্যা ; বানৰক যেনে নৰ্ত্তকে নচাৱে, স্বামীক নচাৱে ভাৰ্য্যা ॥' এতেকে ত্ৰয়োদশ-জননী মাৱৰ সমুখত ৰৰবাবুৰ অৰিষ্ট-কেশী এটা ৰিষ্ট-বেশীহৈ ৰৰভেম নেছেল হোৱাটো আচৰিত কথা নহয়।

তেওঁৰ আগিয়াঠুঁটি-নাকৰ আগটো উধান-থুতৰিত লাগো লাগো হ'ল। তাৰ পিছত মোৰ ফালে চাই তেওঁ মুখবিবৰৰ পৰা বেসুৰা আৱাজ উলিয়ালে, "তোমাক পঢ়িব দেউতাৰাই নিদি চাকৰিহে তেওঁ কৰিবলৈ দিলে ?" কিবা ন-কবিতাৰে ক'লে নেকি অমুকাই তাক মালুম কৰিব নোৱাৰিলো।

সেই সময়তে মাৱৰ মাস্তুলৰ পৰা পালখন খহি পৰি পিঠিৰে পিছলি পাছফালে মাটিত পৰিলগৈ। ততালিকে সাধুৱে উঠিগৈ পালখন তুলি জোকাৰ মাৰি ঘৈণীয়েকৰ কান্ধত জাপি দি ক'লে, "ল'ৰা মানুহৰ আগত নো ওৰণি কেলেই ? বহা অলপ আৰাম কৰা... "

মই বুজিছিলো যে গিৰিয়েকে বহিবলৈ নোকোৱাতো ঘৈণীয়েকৰ বহাৰ আৱশ্যক আৰু আগ্ৰহ আগৰ পৰাই আছিল কিন্তু থাকিলে কি হব ? বহিব খোজা উজু, বহা টান। তাৰমানে হাতীটো ভুৰুকাত ভৰোৱা কিবা উপায় আছে জানো ? যিকেখন হেণ্ডেলৱালা চকী সাধুৰ বৈঠকত সজাই ৰখা হৈছে তাত মাৱৰ-মূৰ্ত্তি থাপনা কৰিব লাগিলে, চকীৰে এদিন বা মূৰ্ত্তিৰে এদিন ; নাইবা দুয়োৰে দুদ্দিন নহৈ নোৱাৰে। তাহানি হনুমন্তই গন্ধমাদন মূৰত তুলি নিছিল, সেই বুলি বাঁহপাত খাই বাঁহ গছৰ ওপৰেৰে জপিয়াই ফুৰা ডলীয়া বান্দৰৰ মূৰত হাতীমূৰা শিলটোকে জানো তুলি দিব পাৰি ? এই ক্ষেত্ৰত অৱশ্যে দুখন চকী লগকৰি বেৰৰ বাতামত বাৰুকৈ বান্ধি আৰ্ম-লেছ অৰ্থাৎ হাতবিহীন কৰি দিলে তাতে বহি তেৰাই আৰাম কৰিব পাৰিলে হেঁতেন।

ত্ৰয়োদশ-জননীয়ে টেঁটটেঁটালে, "আঁৰাঁমঁ হাঁৰাঁমঁ। মঁই এঁইদঁৰেঁই ভাঁলঁ পাইছোঁ।"

অমুকাই তেৰাৰ মনোভাবটো তং কৰিলো — আৰাম ??? হাঁ-ৰাম !!! নহয়নো কি — পাঁচমোন থপথপীয়া মঙহৰ এনেহেন থুলন্তৰ বোজাটো দিনে নিশাই কঢ়িয়াই ফুৰিনো কোনোবাই আৰামৰ কথা ভাবিব পাৰানে — হাঁ ৰাম !!! অৱশ্যে এইকণ খুদ্দমান নিনাওৰ ক্ষুদ্ৰ মনোভাবহে। আনে আন ৰকমে অৰ্থ কৰিব পাৰে।

# আঠ

মোৰ বিষয়ে জানিবলৈ সাধুদম্পতিৰ মনত ওপোজা কৌতূহলৰ মূৰত চেঁচাপানী ঢালি দিলে চাৰিজনী ৰূপহী বাংগালী গাভৰুৱে। তাৰমানে চাৰিওজনীয়ে প্ৰত্যেকে খাদ্য-সম্ভাৰ হাততলৈ সোমাই আহিল। ভাৰ নকৈ সম্ভাৰ কোৱাৰ কাৰণ এই যে, খাদ্য ভাৰ বাদ্ধি অনা নাই, অথচ চাৰিওজনীৰে হাতত সম+ভাৰ (বা বোজা)। এইমথা খাদ্য দিলদৰিয়াৰ দিলহাৰামী বাওনা বান্দৰৰ পক্ষে চৰকাৰী ৰেশ্যন-কাৰ্ডৰ মতে হোৱা হলে পূৰা এমাহৰ ৰচদ হব বুলি অমুকাই হলফ কৰি কব পাৰো। খাদ্যৰ পৰিমাণ দেখি মই মনতে এটা তুলনা কৰি চালো যে ঘৰচিৰিকা এটাক যদি সমুখত এপোৱা চাউল খাবলৈ আগবঢ়াই দিয়া হয় তেতিয়া বপুৰাৰ যি অৱস্থা হব অমুকাৰো তেনে অৱস্থায়েই হ'ল।

দালালী অফিচত ময়ূৰপঙ্খী শুকুলা শ্যামাৰ নয়ন-নৃত্যম্ দেখি অমুকায়ো শিকি লোৱা কাইদাটো কামত লগাই দিলো। তাৰমানে মোৰ চকু যুগলেও টাকুৰি ঘূৰাদি ঘূৰি ঘূৰি খাদ্যৰে সৈতে বাহিকা সকলৰো মুখৰ ওপৰেদি একোবাৰ নজৰ ঘূৰাই পুনঃপৌণিক-নৃত্যম্ কৰিলে। অথচ লাজতে অমুকাই তলমূৰকৈয়ে আছো। খাদ্য সম্ভাৰৰ তালিকা এখন ততালিকে তৈয়াৰ কৰিলো। তাত আছিল,' — ১। নিমকি (বা নিমনেকি ? তাৰমানে সেইবিধ দিয়া দেখিয়েই চাহখোৰ বেছিভাগে চাহ দোকানৰ পৰা লৰি ওলায় যাব খোজে দেখি, দোকানৰ 'বয়ে' আঙুলিয়াই সোধে — নিমনেকি ? অৰ্থাৎ ফিৰাই নিমনেকি ?) ২। কচুৰি (অৰ্থাৎ কচুৰ্+ই ; যাক গিলিলে, কচুৱে ডিঙিত ঘা কৰাৰ দৰে — খজুৰতি, চৰ্চৰণি ফৰ্ফৰণিত বে-তৎ হৈ — অগত্যা কোনো কচুৰ নকৰাকৈয়ে কচুৰত পৰি যোৱা যেন কচ্কচনি উঠে।) ৩। শিংৰোৱা (বা শিংৱালা তাৰমানে সি তিনি শিং জোকাৰি ফেৰপাত্তি আৰু তাৰ পেটৰ ভিতৰত সেই যে গেলামালৰ দোকানৰ সমুখৰ ৰাস্তাত পেলাই দিয়া — পঁচা পিয়াজ, গেলা আলু, নিগনিৰ পেটৰ ক'লাজিৰা আদি হৰেক ৰকমৰ মালৰ জাবৰ-জোথৰ বন্তা-বন্দী কৰি লৰীত তুলি থোৱাৰ দৰে — নানা তৰহৰ আৱৰ্জনা পেটত সুমাই লৈ পেট ফুলি পৰ্ব্বতাকাৰহৈ পৰি

থাকে আৰু তাক গিলি পেটলৈ চালান দিয়া মাত্ৰেই খাদকৰ পেটৰ ভিতৰতে ৰাম-ৰাৱণৰ মহা-ৰণ আৰম্ভ হয়।) ৪। হালুৱা (তাৰ অৰ্থ হালোৱা নহয় দেই ; ই হৈছে — হালবাই লেতলেতীয়া কৰা ৰঙামাটিৰ লেখিয়া খাদ্য বিশেষ। ইয়াক খাবলৈ মুখখন 'হা' কৰি লোৱা আৰু চিধাই দোপমাৰি গিলি থোৱা।) ৫। ৰসগোলা বা ৰসগেলা (তাৰমানে পানীত পৰা জীৱৰ নিচিনা ইয়াৰ গোলাবোৰ গেলাৰসত গেলি ৰস খাই খাই পেট উথহি ওপন্ডি উঠে আৰু সেই ৰসতে 'খেনে উঠে, খেনে তল যায়' ধৰণৰ লাজুকীয়া ভাবেৰে বৈ থাকে।) ৬। মতিচুৰ (যাক খালে মতি বা বুদ্ধি চুৰ কৰি বুৰ্ব্বক বনাই দিয়ে।) ৭। মনহৰা (অৰ্থাৎ যিটোৱে সৌ তাহানি ৰাৱণে সীতাহৰণ কৰাৰ দৰে মনটো হৰি নি মন হীন বা বি-মনা কৰে।) ৮। মালভোগ (ই যুঁজত মালে খোৱা ভুকু নহয় — মাল যুঁজাৰুৱে কৰা ভোগহে।) ৯। চমচম্ (অৰ্থাৎ যাক পেটত সুমোৱাৰ লগে লগে পেটে-বুকে চমৎকৰি চমচমনি উঠে।) — ইমানখিনিলৈ নিশ্চয় মিঠাইৱালাৰ পৰা অনোৱা বস্তু। ইয়াৰ উপৰি ঘৰতে কৰা গালফুলি দিলদৰিয়া দালালৰ গালৰ দৰে হোৱা, অথচ গৰ্ভ-শূন্য লুচি (অনুমান) কুৰিখন। তাৰসৈতে বুটৰ দাইল আধাসেৰী বাটিৰে এবাটি, ফুলকবিৰ তৰকাৰী (তলকোৱাৰী নহয় কিন্তু) এবাটি, পটল আৰু আলুভঁজা এক প্লেট। তৃতীয় গৰাকীৰ হাতত কণী-সিদ্ধ এগণ্ডা, (সি হাঁহৰো হব পাৰে ; নাইবা ৰামবিষ্ণু! অবস্তুৰো হব পাৰে।) লগতে লাড্ডু (দিল্লীকা নহয় দেই), তদুপৰি আমাৰ জিভাৰ পানী উলিওৱা খাদ্য তাৰমানে নানান ধৰণ, বৰণ আৰু গঢ়ণৰ পিঠাৰ পাহাৰ, যাৰ নাম দিলদৰিয়াৰ তাবেদাৰ নামগোত্ৰ-হীন, খুদমান নিনাও নগৰীয়াইহে নালাগে, খোদ মুনিব হতশ্ৰীহতীয়েও নাজানে বুলি অমুকাই হলফ কৰি কব পাৰো। আটাইতকৈ শেষত অহা চতুৰ্থাৰ হাতত টি-পটৰ সৈতে আন আন আৱশ্যকীয় সজুলি।

জোঁৱাই-আদৰা দিয়া বুলি সাবেক শব্দ এহাল মানুহৰ মুখে শুনিছো আৰু অভিধানতো দেখিহে আহিছিলো কিন্তু তাৰনো কাণ্ড-কাৰখানা কেনে তাকহলে মালুম কৰিবলৈ ইতিপূৰ্ব্বে সা-সুযোগ নোপোৱা বাবে অমুকা বিলকুল বে-বুজহৈ আছিলো। অমুকাৰ খুদমান মনত ঢোলমান মতলব আছিল যে মই অনা জোৰণ দেখুৱাই, শাহুৰ চিঠিৰে ফোৰণ দি সাধুৰ মুৰ গৰম কৰি সাদি বাতিল কৰাই দি নিজে ফাইডং মাৰিম। পিছে এতিয়া দেখিলো,

তেনেই 'ওলোটা-বুজিলি বাম' হৈ পৰিল। তাৰমানে, সদাশিৱৰ মেহেৰবানিৰ নমুনা নজৰত পৰি অমূকাৰ মনত সন্দেহ এটাই চালিধৰি উঠি নজীৰ এটা দেখুৱালে ; তাৰফলত মোৰ দিলটোৱে — ৰাতিৰ গছক হাতী বুলি ভাবি কঁপা চোৰৰ দৰে — কঁপিবলৈ ধৰিলে । মোৰ গোপন আশঙ্কাৰ বিষয়ে ইমানকে ভাঙিব পাৰো যে, এই জোৰণৰ লগতে আকৌ এজন জোঁৱাই বৰণ কৰিবলৈ সাধু বাবাৰ সাধু-সংকল্প এটাই মনত তোলপাৰ লগাব পাৰে।

বচন এফাকি মনত পৰিল — মানে কোনোবা কালত কোনোবা পণ্ডিতে ক'ৰবাত হেনো কৈছিল, বোলে 'বিপদ আহি নাপায় মানেহে ভয় কৰিবা, আহি পালে কিন্তু ভয়ৰ সলনি প্ৰতিকাৰহে কৰা উচিত।' ভাবিলো, চাবাইছ পণ্ডিত-জী, ঠিক কথা। দেখা যাওক — ক'ৰপানী কলৈ যায়, বাওনা ৰগলীয়ে থাকো চাই···

নেৰিয়াৰামৰ ওপৰত তীহতিহাই উঠা মোৰ খংটোৱে মূৰ চেৰাই টিকনিৰ কিমান আগলৈ গৈছিল তাৰ সীমা নিৰ্দ্ধাৰণ কৰিব পৰা নাছিলো। এতেকে সি নিশ্চয় ঢুঁকি পোৱাৰ ভিতৰত বৈ নাছিল। কিয়নো হেৰিয়াৰ পো নেৰিয়াক লগ নাপাই নিজৰ মগুহ নিজেই চোবাবলৈ ইচ্ছা হৈছিল। খাদ্য-সম্ভাৰে সৈতে গাভৰু কেগৰাকী সোমাই অহাত হঠাতে ডাকপুৰুষৰ বাণী এষাৰো মনত পৰিলহি — বোলে 'হোকাই কৰে মেল নষ্ট, ঢোকাই কৰে ঘৰ নষ্ট, টোপনিত হেৰায় ভাত ; খং উঠিলে কাৰ্য্য নষ্ট, কোনো ভুল নাই তাত।' এতেকে গছ জোকাৰি আম পৰাৰ দৰে জোকাৰ মাৰি খংবান্দৰক তলত পেলাই দিলো।

সদাশিৱে প্ৰশ্নৰ শূল এপাত নিক্ষেপ কৰিলে, "তুমি চাকৰি কৰিছা বুলিলা ?"

জোখাৰে উত্তৰটোৱে পেটৰ পৰা চোঁচালৈ জিভাৰ গুৰি পাইছিলহি। পিছে দোপমাৰি গিলি থৈ নিঃকিন ভাবেৰে কলো, "এৰা, মানে মই··· "

মোক শেষ কৰি কবলৈ নিদি তেওঁ যেন মোৰ সকলো কথা — 'শুনিলে সাৰি ললে দাংবাৰি' অৰ্থাৎ যেন মুখ মেলোতেই গৰ্ভ দেখাৰ দৰে, বুজি বাহাদুৰি দেখুৱাই সুধিলে, "তোমাক দেউতাৰাই দেখিব নোৱাৰে ?"

তেওঁৰ খোজ খালত পৰা দেখি অমূকাৰ মনে তলে তলে, ফাকুৱাৰ দিনাৰ দৰে, 'ৰা-মা-হো-ৰা-মা-আ' মাৰি 'ৰামানৃত্যম্' জুৰিছে। মই গুমৰ ফাক কৰি নিদি মুখৰ-মাখি-খেদিব-নজনাৰ দৰে কলো, "দেখিব পাৰিছিল, পিছে — এঁ, কিবাবোলেনে — এঁ, দেউতাই মানে··· "

আকৌ মোক কথা শেষ কৰিবলৈ নিদি বৰবাবুৱে বৰ ব্যস্ততাৰে সুধিলে, "আমাৰ জোঁৱাই লৰা মানে নন্দ বোপাইতকৈ তুমি সৰু ?"

মই উত্তৰ দিলো, "এৰা, পিছে মই তেওঁতকৈ দুবছৰ আগে উপজিছিলো।"

সদাশিৱৰ ভাঙৰ নিচা পানী উঠি জোৰেৰে উচ্চাৰণ কৰিলে, "উ-ৱা !!" তেওঁৰ আগিয়াঠুটি-নাক আৰু উধানৰ মাজৰ খাইবৰ পাছটো চিচিং-ফাকহে গুহা এটাৰ সৃষ্টি হ'ল।

সাধুবাবাৰ কুইনাইন মিক্সাৰ গিলাৰ দৰে বিকৃত মুখখন দেখি অমুকাই মনতে গালো, 'কেনে মজা বাপেকে ?' মুখত দৃঢ় মাত্তেৰে কলো, "এৰা।"

চাৰিওজনী ৰাংঢালীয়ে — তেওঁৰ কাণ্ড দেখি নে মোৰ উত্তৰহে শুনি — নাজানো, গিৰ্জ্জনি মাৰি হাঁহি দিলে। আনপিনে ত্ৰয়োদশী-মাৱৰ বিৰাট কুম্ভোদৰে — দুখন লেপ গাত লৈ কঁপা মেলেৰীয়া ৰোগীয়ে কঁপাদি কঁপিল অৰ্থাৎ তেওঁ উদৰ-নৃত্যম্-হাঁহি মাৰিলে।

দপ্‌দপ্‌...বঙলাৰ চাং লৰিল। ভুঁইকঁপ আহিল নেকি ? বেৰত আঁৰি থোৱা ছবিলৈ নজৰ পেলাই দেখিলো নিশ্চল। চকু ঘূৰাই চাই ভুল ভাগিল — মাস্তুলটো বিনা পালে ঘূৰিছে। নোকা ভাটীমুৱাহৈ টেঁটটেটালে, "থোঁৱা থোঁৱা, অঁতঁ পৰেঁওঁ তুঁমিঁ থাঁ-থঁৰঁ লৈঁ চাঁ-চিঁনাঁকিঁ হঁবঁ নোঁৱাঁৰিঁ কৰাঁইছাঁ। আঁহাঁ ভিঁতঁৰঁলৈঁ।" তাৰ পিছত ছোৱালীহঁতলৈ চাই ক'লে, "তঁহঁতেঁ বোপাকণক সোঁধঁ পোঁচঁ কঁৰঁহঁকঁ।"

আগে আগে নোকা আৰু পাছে পাছে গুৰিয়াল গৈ পৰ্দ্দাৰ আঁৰ হোৱাৰ লগে লগে অমুকাৰ পেপুৱা লাগি থকা মনটো সুস্থ আৰু সবল কৰিবলৈ জেপৰ পৰা চিগাৰেট উলিয়াইলৈ তাৰে এটা জলাই ললো। তাৰ পিছত চকীত আউজিলৈ ইমানপৰে ঘাটিপৰা চিগাৰেটৰ খকটো পূৰাবলৈ উধামুধাকৈ হুপিবলৈ ধৰিলো। হুপা নকৈ টনা বা চোহা বুলি কলেহে ভাল আছিল হবলা। কিয়নো ওঠৰ চেপাটো ঢিলা হোৱা হলে সি চিধাই গৈ ডিঙিৰ নেলুৰ মুখত বজি থাকিল হেঁতেন।

সকলো সময়ৰ অকৃত্ৰিম আৰু অন্তৰঙ্গ বন্ধু এই চিগাৰেট। ই শীতত উষ্ণ আৰু গৰমত শীতল। ই বৰ ভোকত লঘু-আহাৰ আৰু ভূৰিভোজনৰ অন্তত হজমী-দাৱাই মুহুদি। এই চিগাৰেট ভাবুকক ভাবনা যোগোৱাত আৰু সন্তাপিতক সান্ত্বনা দিয়াত, সুৰেশ্বৰী-টনিক। ই কৰ্ম্মহীনৰ কৰ্ম্ম আৰু

কৰ্ণপ্ৰান্তৰ জিৰণিৰ জুৰণি। ই অতিবুদ্ধিমানৰ বুদ্ধি নাশক আৰু বুদ্ধিহীনৰ বুদ্ধিদায়ক। ই মূকক বাচাল কৰে আৰু বাচালক কৰে মূক।...এতেকে কবলৈ হলে এই চিগাৰেট অনুপান-ভেদে যাঠি প্ৰকাৰ ৰোগত প্ৰয়োগ কৰিব পৰা 'মকৰধ্বজ' বিশেষ।

ফল ফলিল। তাৰমানে অমুকাৰ কু-মতলব মাফিক কৰা মেহনতৰ মুনাফা মিলিল। চাৰি বাহিকাই ইতিমধ্যে তেওঁলোকৰ হাতৰ বোজাবোৰ মোৰ সমুখৰ টেবিলত থৈছিল। মই নিমাত নিস্পন্দ হৈ নিৰ্ব্বিকাৰ ভাবেৰে চিগাৰেট হুপি কমটো ধোঁৱাৰে ধুঁৱলী-কুঁৱলী কৰিব ধৰা দেখি তাৰে প্ৰথমা বাহিকাই কোমল কণ্ঠেৰে ক'লে, "অনুগ্ৰহ কৰি আৰম্ভ কৰক, পলম হলে চাহ চেঁচা হব নহয়।"

মই শুনিও নুশুনি নাকেৰে চিমনিৰ দৰে ধোঁৱা উলিয়াব ধৰিলো। তাকে দেখি হবলা দ্বিতীয়াই সৰুকৈ যদিও বেছ স্পষ্টকৈ আৰু মোৰ কাণত পৰা জোখাৰে মাত উলিয়াই সিহঁতৰ আগতহে যেনিবা ক'লে, "কি কথা অ'? কাণেৰে কম শুনে নে গপতে গজা টোপ!"

তৃতীয়াই ধমক লগালে, "মনে মনে থাক, মায়ে শুনিলে তোৰ নাক-চুলি জপাই কাটিব।" তাইৰ ধমকনি পাই দ্বিতীয়াই মাকৰ ভয়তে হবলা নিমাত হ'ল। তাই মোলৈ চাই কোমল মাতেৰে ক'লে, "হেৰি মিষ্টাৰ শা-আছ, অনুগ্ৰহ কৰি খাওক, বুজিছেনে?"

মই তাইৰ ভুলটো সংশোধন কৰি নিদি মোৰ মুখৰ চিগাৰেট হাতত লৈ মুখ মেলি ধোঁৱাবোৰ উলিয়াই দেখুৱাই কলো, "খায়েই আছো দেখোন?"

এইবাৰ নেজ জোকাৰি এখোজ আগবাঢ়ি বাঁহী বজালে, "হেৰি, কওকচোন, আপুনি ভাৰতীয়া নে অৰসিক?"

"উল্টা।" মই চমুকৈ উত্তৰ দিলো।

মই উচ্চাৰণ কৰা শব্দ আৰু মুখৰ ভঙ্গীৰ বাবেই হবলা, চাৰিওজনীয়ে পৰস্পৰৰ মুখ চোৱা-চুই কৰি মুখ টিপি হাঁহিলে। তাৰ পিছত চতুৰ্থায়েই আকৌ সুধিলে, "কি কলে?"

মই পেটতে আলচি সাজু কৰি ৰখা শৰপাত সন্ধান কৰিলো, "ঠিকেই কৈছো, মানে মই অভিনেতা নহওঁ — দৰ্শকহে। দ্বিতীয়তে মই ৰসৰ সৰোবৰ নহলেও সৰু পুখুৰী বুলি বুকু ফিন্দাই কব পাৰো। এনে অৱস্থাতো কোনোবাই

যদি অমুকাক অৰসিক বুলি কয় তেন্তে তেওঁ নিশ্চয় ৰসৰ সোৱাদ পোৱা নাই ; তাৰমানে ৰসনো কি বস্তু তাক দেখা নাই, এনেকি শুনাও নাই। এতেকে চমুকৈ কব লাগিলে ৰসহীনা বুলি কবলগীয়া হয়।"

বাকী তিনিজনীয়ে একেথৰে মোৰ মুখলৈ চাই থাকিল। মোৰ শৰপাতে তাইঁতক শালিলে নে নাই, নাজানো কিন্তু চতুৰ্থাৰ বুকুত শক্তিশেলৰ দৰে বহি যে বেজাই ঘাইল কৰিলে তাক চমজিবলৈ অমুকাৰ তিলমানো পলম ন'হ'ল। কিয়নো তাইৰ কাণ দুখনেৰে সৈতে গাল দুখনে বগা পাৰদাৰৰ তলত ৰঙা পৰি বেঙেনা-ফুলীয়া ৰং ধৰিলে। গপতে উৰা বেলুন! "বেছ, আমি যেনিবা ৰসৰ নাম-গন্ধ নজনা এনাৰসীয়ায়েই হলো, পিছে ৰসত গেলা খুদ-জলকীয়াই জানে যদিনো ৰসৰ থালিটো উবুৰিয়াই দি ৰহইচটো ভাঙি নিদিয়ে কেলেই ?"

মই হাতৰ চিগাৰেটটো দাঙি নমুনা দেখুৱাই কলো, "এয়া ৰস ; পিছে মুবুজিলে যদি বুজাই দিওঁ শুনক মিচ্ সাধু···

মোৰ কথাত বাধা দি চতুৰ্থাই ক'লে, "মোৰ নাম ফণী অৰ্থাৎ ফণিনী দেৱী। মই সাধু-চাধু নহওঁ।"

মই হাতযোৰ কৰি কলো, "ক্ষমা কৰিব, মিচ্ ফণী-নী-দেৱী। আপুনি যে অ-সাধু তাক মই জনা নাছিলো··· "

ককালত কোব খোৱা ফেঁটীসাপৰ দৰে খণ্ডতে তীহতিহাই উঠি ফণীয়ে ফণা তুলি স্ব-মূৰ্ত্তি ধৰি গোৰগোৰাই উঠিল, "কি অসাধু দেখিলে আগেয়ে কওক ? নহলে···আপুনি মোক যিহকে পায় তাকে কৈ অপমান কৰি সাৰি যাব পাৰিব বুলি ভাবিছে যদি··· "

তৃতীয়া তাইৰ ওচৰতে আছিল। ততালিকে ফণীৰ মুখত তৃতীয়াই হাতেৰে সোপা দি ক'লে, "তই ইয়াৰ পৰা গুচি যা ফণী। তোৰ আটাহ শুনিলে আটাইখনে লৰি আহিব। মা আহিব লাগিলে মজা পাবি একা।"

মাৰৰ নামে মন্ত্ৰৰ দৰে গুণ দিয়া দেখিলো। জহৰ-মহৰ দেখি সাপে ফণা নমাই মাটিত লগাই কেঁচু হোৱাৰ দৰে ফণীয়ে তৎকালে তলমূৰ কৰি শান্তা-শিষ্টা হৈ পৰিল। সেই সুযোগতে মই কলো, "বোলো মিচ্ ফণী-নী দেৱী, ব্যাকৰণ যদি পঢ়িছে তেন্তে নিশ্চয় বুজিব যে, ন+সাধু=অসাধু। আপুনি সাধু-চাধু নহয় বুলি কৈছিল, সেয়েহে মই ভাষাটো সৰলা কৰি অসাধু কোৱাত মইহে জগৰীয়া হলো ? বেছ, মই আৰু কোনো কথাকে নকওঁ, এতিয়া

এজনীয়ে অনুগ্ৰহ কৰি মোৰ চাপ্ৰাছি নেৰিয়াৰামক মাতি আনকগৈ; আমি ডাক-বঙলালৈ যাব লাগে।"

মোৰ অভিমানৰ ফল কি হবগৈ পাৰে তাক চমজি এইবাৰ দ্বিতীয়াই হাতযোৰ কৰি শেতাপৰা মুখেৰে নীৰস হাঁহি মাৰি কিবা কব খুজিলে। তাইক মাতিবলৈ সুযোগ নিদি প্ৰথমা অৰ্থাৎ যাক মই 'লাহবিলাহৰ-পাক' বুলি নিজৰ মনতে নামাকৰণ কৰিলো সেইজনীয়ে চকুৰে কিবা এবিধ নৃত্যম্ দেখুৱাই ক'লে, "আপুনি খং কৰিলে আজি এইৰ পিঠিত তেল ঘঁহিব লাগিব।"

মই সুধিলো, "তাৰ মানে ?"

"তাৰমানে," তাই উত্তৰ দিলে, "ফণীৰ পিঠিত ঔ পৰিব। মায়ে শুদায়ে নেৰে।"

দ্বিতীয়াই তাগিদ দিলে, "হেৰি খং এৰক। অনুগ্ৰহ কৰি ৰসৰ কথাটো কওক, শুনিবলৈ বৰ মন গৈছে।"

মই ফিৰৎ ডাকতে উত্তৰ ভেজি দিলো, "যেয়ে মোক বেৰসিক বুলিকৈ বেকুব বনাই অপমান কৰিছে সেয়ে কওক।"

মাকৰ ভয়তেই হবলা, তেনেই ভিজা-বিড়ালীজনী হৈ পৰি ফণীয়ে হাতযোৰ কৰি ক্ষমা খুজি ক'লে, "আপুনি বেয়া নাপাবদেই। আপুনি মোক ভুল সুবুজিৰ মিষ্টাৰ শাহু··· "

"নগৰীয়া, শাহু নহয়।". মই শুদ্ধ কৰি দিলো।

চাৰিওজনীয়ে মুখ চোৱা-চুই কৰিলে। মোৰ নগৰীয়া উপাধিটো কিবা এটা ৰহস্য বুলিহে ধৰি ললে চাগৈ। কিয়নো তাকেই প্ৰকাশ কৰি ফণীয়ে ক'লে, "বেছ, মিষ্টাৰ নগৰীয়াকে কলো বাৰু। এতিয়া খং এৰি ৰসৰ কথাটো কওক।"

মই কলো, "ৰস মানে পানী অথবা পানীৰ নিচিনা জুলীয়া বস্তু অৰ্থাৎ শুকান বা গোটাৰ বিপৰীত, হয়নে নহয় বাৰু ?"

"এৰা হয়, কিন্তু··· " ফণীয়ে কিবা তৰ্কজাল মেলিব খুজিলে।

মই তাইৰ কথালৈ কাণ নকৰি কলো, "কেঁচা বা ভিজাখৰিৰে ভাত ৰান্ধিবৰ সময়ত জুই হুঠি কেৱল ধোঁৱাহে ওলায় আৰু ৰান্ধনীৰ নাকে-মুখে-চকুৱেদি ৰসৰ নিজৰা জৰে, আৰু তাকে মচোতে আঁচল তিতি যায়··· "

মোৰ ভাব-ভঙ্গী দেখি চাৰিওজনীয়ে খিল্‌খিল্‌কৈ হাঁহি দিলে। মই নিৰ্ব্বিকাৰ ভাবেৰেই কলো, "এতেকে কেঁচা খৰিত ৰস আছে, হয়নে নহয় ?"

ফনীয়ে ক'লে, "মই সেই ৰসৰ কথা কোৱা নাই··· "

তাইৰ কথাত বাধা দি মই কলো, "ৰস,ৰসেই ; সি খৰিত থাকিলে ভিজা খৰি, কাপোৰত থাকিলে তিতা কাপোৰ, মাটিত থাকিলে জেকা মাটি আদি বেলেগ নাম ধৰে। এতিয়া শুনক, এয়া যে চিগাৰেট মই হুপিছো তাৰ ধোঁৱাৰে বাহিৰত যিদৰে গোটেই কোঠাটো ভৰপূৰ হৈছে, সেইদৰে মোৰ পেটৰ ভিতৰো ভৰপূৰ হৈছে। তদুপৰি ইয়াৰে সৈতে এগিলাচ কুহুমীয়া, সুগন্ধী আৰু সুমধুৰ ৰসো মোৰ পেটৰ ভিতৰ পাইছেগৈ।"

তাকে শুনি চাৰিওজনীয়ে গিৰ্জ্জনি মাৰি হাঁহি হাঁহি ওচৰৰ চকীত বহি পৰিল। মই কলো, "ইয়াতকৈ তৃপ্তিদায়ক, মনমোহা মধুৰ ৰস সংসাৰত আৰু আন একোৱেই নাই। তাৰ প্ৰমাণ — বাবা ব'ম ভোলানাথ।"

চকু ডাঙৰকৈ মেলি দুজনীয়ে "উ-ৰা !" বুলি নাকেৰে উচ্চাৰণ কৰিলে। বাকী দুজনীয়ে তবধ লাগি মোৰ মুখলৈ — কাণী-ভুৰবীকৈ বথা ভুৱাৰৰ দৰে — তাইহঁতৰ মুখ দুখন ইষৎ ফাক কৰি, একেথৰে চাই থাকিল। হয়তোবা মোৰ কথাবোৰ সেই ফাকেৰে সোহামাৰি গিলি পেলালে। অৱশেষত ফণীয়ে সুধিলে, "হয়নে ?"

মই উত্তৰ দিলো, "আলবৎ।"

"কেনেকৈ ?" লাহবিলাহৰ পাকে অবজ্ঞাৰ সুৰত সুধিলে।

মই মাতটো গহীন কৰি বয়সস্থ মানুহৰ দৰে অভিভাৱকৰ সুৰত সুধিলো, "হেৰা আইদেওহঁত, বোলো আমাৰ বাবাজী বিলাকৰ কাণত বিড়ী আৰু হাতত চিলিম দেখিছানে নাই কেতিয়াবা ?"

"কেলেই নেদেখিম ? তাৰ লগতে মূৰত জটা, মুখত জঙ্গল আৰু কান্ধত কম্বল, হাতত ·· " ফণীয়ে বৰ্ণালে।

তাইৰ কথাৰ মাজতে বাধা দি মই কলো, "হৈছে, আনবোৰ সমলৰ কথা এতিয়া থাওক। পিছে, বিড়ী আৰু চিলিম দেখিছা যদি, তথাপি বুজা নাই কেলেই ? কোনো এজনীয়েই বুৰঞ্জীৰ পাত লীপষ্টিকেৰে ৰঞ্জিত কৰিবলৈ সুযোগ পোৱা নাই হবলা ?"

মোৰ কথা শুনা মাত্ৰেই চাৰিওজনীৰ চকুৰ পৰা চাৰি দুগুণ আঠপাত তীক্ষ্ণ

শৰে মোৰ বুকুলৈ চোঁচা ললে। সিবোৰক মই বাটতে বাধা দি কলো, "খঙ খালে ৰক্তত বৃদ্ধি, তাৰফলত হাৰ্টপেল্‌পিটেশ্যন, শেহান্তৰত হিষ্টীৰিয়া হব পাৰে বুলি মেডিকেল গেজেটত লিখিছে কিন্তু। এতেকে মোৰ কাহিনীটো শুনি খঙৰ মূৰত চেঁচাপানী ঢলা উচিত হব।"

গোমোঠা মুখখন পাকমাৰি লাহবিলাহৰপাকে গোদগোদালে, "বেছ, তেন্তে আপোনাৰ কাহিনীকে আগেয়ে শুনো। তাৰ পিছত... থাওক বাক, এতিয়াই নকওঁ।"

মই আৰম্ভ কৰিলো, "আজি বহু হাজাৰ বছৰৰ আগৰ ঘটনা — ইটালীৰ চিগাৰিও নামক মহৎ লোক এগৰাকীয়ে গভীৰ নিশা তেওঁৰ কবৰৰ পৰা পলাই হেভেনলৈ যাব ধৰোতে বাট ভুল কৰি কৈলাশত উপনিত হৈছিলগৈ। সেই সময়ত প্ৰভু, বাবা ব'মভোলানাথে ভলুকা বাঁহৰ চুঙাত (ই'ৰাজীত আজিকালি তাৰ ক্ষুদ্ৰ আকাৰ কৰি পাইপ নাম দিছে) সুমাই তিনিহাত দীঘল বিড়ী এটা হুপি হুপি আৰাম কৰি ৰ'দ পুৱাই আছিল। তেওঁৰ পাছফালে শিলৰ আঁৰত বহি বাবাৰ ছেলা (চালা নহয় দেই) বা লগুৱা নন্দী-ভৃঙ্গীয়ে বিড়ী বনাই আছিল। চিগাৰিও চাহাবে আগেপিছে নেদেখা এনেকুৱা অদ্ভুত, অপূৰ্ব্ব আৰু ৰহস্যময় ঘটনা দেখি মুগ্ধহৈ পৰিছিল। তাৰ পিছত নন্দী-ভৃঙ্গীৰ শিষ্যহৈ কায়দাটো ভালদৰে আয়ত্ত কৰি ললে। অৱশেষত ভক্তিৰে নন্দীক তুষ্ট কৰি চুৰকৈ পুনৰসঞ্জীৱনী সুধা পান কৰি তাৰপৰা পলাই নিজ কবৰলৈ উভতি আহি সজীৱহৈ ঘৰলৈ উলটিল। তেওঁ বিড়ীৰ ফেক্টৰী আৰম্ভ কৰি দিলে। তাৰে সংস্কাৰ কৰি তালপাতৰ সলনি কাকত লগালে আৰু চিগাৰিও চাহাবৰ আৱিষ্কাৰ বাবে চিগাৰেট নাম দিলে। বিড়ী আৰু চিগাৰেটৰ গুণ একে হলেও চিগাৰেট ম্লেচ্চৰ নাম বাবে আমাৰ পূজাত অচল কিন্তু বিড়ী আৰু ভাং অতি পবিত্ৰ বস্তু বাবে সাধু-বাবাজী সকলে তাকেহে ব্যৱহাৰ কৰে।"

মই আকৌ এটা চিগাৰেট জ্বলাইলৈ ডুহোপা মাৰি সুধিলো, "মহাদেৱৰ কথা কওঁ শুনা — বাৰু কোৱাচোন আইদেওহঁত, তোমালোকে শিৱৰাত্ৰি বা শিৱ-চতুৰ্দ্দশীৰ তিথিৰ দিনা প্ৰভু ভোলানাথৰ পূজা কৰানে নকৰা?"

"ইস্ নেদেখিছা, বৰ বুঢাককাজন গুলালহি।" বুলি দ্বিতীয়াই কৈ কটাক্ষ হানিলে।

তৃতীয়াই মোৰ কথাৰ উত্তৰ দিলে, "প্ৰভুৰ পূজা কেনেই নকৰিম?"

"এৰা, ঠিক হৈছে।" বুলি মই কলো, "আমাৰ দেৱাদিদেৱ প্ৰভু মহাদেৱ, বাবা ব'মভোলানাথ ৰসৰ সাগৰ আৰু সেই ৰসৰ বাবে আমি সকলোৱে তেওঁৰ পূজা-উপাসনা কৰোঁহক — বচ্‌ আৰু প্ৰমাণ লাগে নেকি ?"

এনে সময়তে পচোৱা আৰু ভূঁইকঁপ একেলগে অহা যেন গম পালো — ঘটঘট, খটমট, চাংবঙলা ঘটমট। তাৰপিছতে ভিতৰ ফালৰ দুৱাৰৰ পৰ্দ্দা নিমিষতে নোহোৱা হৈ পৰিল আৰু তাৰ লগে লগে বতাহ অহাদি চাৰি গৰাকী ৰূপহী-বাংঢালী গাভৰু ভিতৰ সোমালহি। তাৰে কোনোজনী যেন জীয়াভৰলী, কোনোবাজনী গঙ্গা-যমুনা, এজনী যেন নীলাচল আৰু শেষৰজনী অৰুন্ধতী অৰ্থাৎ ভামাক-ভুমুক তাৰমানে দৃশ্য আৰু অদৃশ্য, যেন লুকাভাকু। অমুকাৰ মনে এইদৰেই নামাকৰণ কৰি ললে।

তমক-ভমক লক্ষণা জীয়াভৰলীয়ে তপতে তপতে, আগৰ চাৰিজনীলৈ চাই শাসনৰ সুৰত ক'লে, "আলহীক খুৱাব এৰি অতপৰে তহঁতে কি মুখচুপতি মাৰি আছ হেঁা ? লোকে দুখে-ভাগৰে গুৱাহাটীৰ পৰা…" বুলি কথা শেষ নকৰি মোৰ মুখলৈ চাই সুধিলে, "হেৰি, কেই শ মাইল আহিছে… ?"

মই লগে লগে জবাবৰ গুলি এৰিলো, "বৰপুজাৰীৰ ভূগোল এখন আনি দিলে তাকে চাই কব পাবো।"

বাকীবিলাকে গিৰ্জ্জনি মাৰি নানা ৰকমে হাঁহি দিলে। জীয়াভৰলীয়ে লাজ পাই কাণ-মুখ ৰঙা পৰিল, খঙেৰে চকু থিয় কৰি প্ৰথম চাৰিগৰাকীলৈ চাই অভিযোগ কৰিলে, "তহঁতে আলহীক খাদ্য খুৱাব এৰি কিবা ভয় খুৱালি হবলা।" মোলৈ চাই সুধিলে, "হেৰি, এইহঁতে আপোনাক ভয় খুৱাইছেনে খং খুৱাইছে ?"

মই উত্তৰ দিলো, "সেই দুবিধ জানো খোৱা বস্তু ? অমুকা বেপৰোৱা আৰু বে-খঙাল। অৱশ্যে ৰস খুৱাইছে সঁচা।"

"ৰস !" বুলি তাইৰ চকুযোৰ চেলাউৰিত লগাই সুধিলে, "কি ৰস ? কিহৰ ৰস ? তাৰমানে… ?"

"ৰসৰ মানে ৰসেই, তাৰ কিবা মানে-চানে ক'ৰবাত আছে নেকি নাজানো। আনকচোন হেমকোষখন… " মই কথা শেষ কৰিব নাপালো। আটাইখনে খিলখিল্‌, খেক্‌খেক্‌, হিঃ হিঃ, হাঃ হাঃ লগাই দিলে। বেনপাৰ্টি বিনা-হাতিয়াৰে

বজোৱা ইতিপূৰ্ব্বে দৰ্শন কৰা নাছিলো। আজি দেখি-শুনি চকু-কাণ সাৰ্থক হ'ল।

বাকীবিলাকৰ হাঁহিৰ তাপত জীয়াভৰলীৰ বানপানী বহুত শুকাল অৰ্থাৎ আহিনমহীয়া যেন হ'ল। তাৰ পিছত বৰ নিৰ্জ্জু ভাব দেখুৱাই শাস্ত মাতেৰে ক'লে, "হেৰি, অনুগ্ৰহ কৰি প্ৰথমে জলপানকণ খাই লওক। তাৰপিছত সকলোৱে বহি কথা পাতো।"

"মই আকৌ ভাবিছিলো" মই ৰহস্য কৰি কলো, "যে এইবোৰ শাহুলৈ শাহুৱেকে পঠোৱা চেনেহৰ লাম্লাকটি, বুলিহে।"

জীয়াভৰলীৰ পানী বাঢ়িল। হালিজালি কাণৰ ইয়েৰিং-নৃত্যম্ দেখুৱাই ক'লে "পিছত ধেমালি কৰিব, আগেয়ে খাই লওক। অলপো এৰিব নোৱাৰে কিন্তু।"

মই সুধিলো, "বেছ, কিন্তু তাৰ আগেয়ে কওকচোন, ৰামায়ণ আৰু মহাভাৰতৰ কাহিনী কিমান জানে বাৰু?"

তাই উত্তৰ দিলে, "হিষ্টৰী এটা ড্ৰাই-চাবজেক্ট, তাৰ পেপাৰৰ সৈতে আমাৰ কোনো কানেকশ্বন নাই।"

মই কলো, "কিন্তু পৰীক্ষাৰ প্ৰশ্নত নাথাকিলেও হিন্দু হিচাবে সম্পৰ্ক আছে, আৰু আছে ভাৰতীয় হিচাবে। এই দুটা কথা অস্বীকাৰ কৰিব নোৱাৰে। যি নহওক, পঢ়িবৰ দিন পলাই যোৱা নাই, পঢ়িব। সম্প্ৰতি মই কাহিনী··· "

হঠাতে সকলোৱে চকু-মুখৰ নানান ভঙ্গী কৰি মুখ টিপি হাঁহিবলৈ ধৰিলে। ফণীয়ে আন এজনীৰ কাণে চাই বেপৰোৱা ভাবে কৈয়েই পেলালে, "দেখিলি, আমি অথনিৰ পৰা মিছাকৈয়েহে গালো বালো, খোলাকটিৰ তাল, কৰিলো। তোক দেখিয়েই···" মই চমজিবলৈ বাকী নাথাকিল যে নীলাচলৰ নাম কাহিনী। তাই চকুমুখ ৰঙা কৰি ফণীক ভেকাহি মাৰিলে, "ধেৎ।"

তাইহঁতৰ কথালৈ আওকান কৰি মই নিৰ্ব্বিকাৰ ভাবেৰে জীয়াভৰলীক কৈ থাকিলো, " ···দুটা কও শুনক, ৰামচন্দ্ৰই লঙ্কাৰ পূৰ্ব্বৰ বাসিন্দা সকলক কচুকটাদি কাটি একদম নিৰ্ব্বংশ কৰি কেজনমান বান্দৰনায়ক আৰু সেনানায়ক আদিক তাতে এৰিথৈ আহিছিল। এই ঘটনাটো ঘটিছিল ত্ৰেতাযুগত। ই ৰামায়ণৰ কথা। আকৌ মহাভাৰতৰ কথা হল দ্বাপৰযুগৰ শেষত ভীমসেনে

বকাসুৰ-খটাসুৰ-ব্ৰহ্মাসুৰ আদি যিমানবোৰ অসুৰ আছিল সকলোকে নিপাত কৰিছিল।"

জীয়াভৰলীৰ সোঁতে মাঘমহীয়া গতি ধৰি ক'লে, "সম্প্ৰতি হাৰ মানিলো, আপোনাৰ ওচৰত। কিয়নো আপুনি আ-ল-হী··· "

মই টপৰাই মাত লগালো, "তাৰমানে আহ্-লহী, নেকি ?"

আটাইমখাই গিৰ্জ্জনি মাৰি হাঁহিৰ লহৰি তুলিলে। তাত জীয়াভৰলীও যোগ দিলে। নীলাচল অৰ্থাৎ কাহিনীয়ে কাহ মাৰি উঠি ক'লে, "আপুনি ৰসিক পুৰুষ।"

মই কলো, "কিন্তু সেই কথা কোনোবা অসাধুৱে যদি অস্বীকাৰ কৰে ?"

খঙতে তীহতিহাই উঠি ফণা দাঙি ফণীয়ে গাজনি মাৰিলে, "মোক অপমান কৰি সাৰি যাব··· "

আগৰ বাৰৰ নিচিনা তাইৰ ওচৰত থকা জনীয়ে নিজৰ হাতখনেৰে ফণীৰ মুখত সোপা দি ধৰি ক'লে, "আজি মায়ে তোক ধৰি··· "

উচাটু মাৰি উঠি ফণীনীয়ে ফণা ঘূৰাই তাৰপৰা বেগেৰে ওলাই যোৱাৰ সময়ত কিবাকিবি ভোনভোনাই গ'ল। কোনো কথা স্পষ্টকৈ শুনিলো যদিও বঢ়িয়াকৈ বুজিব পাৰিলো যে মোক নিশ্চয় কিবা শাসন কৰি গ'ল। পৰিস্থিতিটো, স্বাভাৱিক কৰিবলৈ লাহবিলাহৰ পাকে হাতযোৰ কৰি লাহেকৈ মাত লগালে, "আপুনি তাইৰ কথাত খং নকৰিব দেই। আপুনি খং কৰি জলপান নেখালে আজি আমাৰ মায়ে আমাক··· "

তাইৰ কথা শেষ কৰিবলৈ নিদি মই জোৰা লগাই দিলো, "···এইবোৰ ভাগবাটি খাবলৈ কব।"

দ্বিতীয়াই টপৰাই মাত লগালে, "ভাল কথা কৈছে! বোলো টেঙা খুৱাব — ঔ টেঙা। পিঠিত এইদৰে···" বুলি হাতেৰে আন এজনীৰ পিঠিত এভুকু লগাই ক'লে, "···ঔ পৰিব, বুজিছে ?"

সহানুভূতিৰ সুৰত মই কলো, "আয়ে দেহি! ইমানমখা মিঠাই মুখৰ আগত থাকোতে ঔ টেঙা খাব লাগিছেনে ?" মই কলো, "বেছ, এটা চৰ্ত্ত সাপেক্ষে মই জলপান খাবলৈ ৰাজী হব পাৰো। সকলোৱে সম্মত আছে যদি কওক। "

জীয়াভৰলীয়ে নেতৃত্ব কৰি আগ্ৰহেৰে ক'লে, "সকলোৰে হকে মই কথা দিলো বাৰু — সন্মত আছো। এতিয়া কওক, কি চৰ্ত্ত ?"

"থেঙ্ক ইউ।" মই কলো, "মই অকলে নাখাওঁ, তাৰমানে আমি সকলোৱে খাম। বহক সকলোটিয়ে এতিয়া, মই বিলাই দিম।"

অৰুন্ধতীৰ লাজ ভাগিল হবলা। তাই ফণীৰ চকীখন দখল কৰি বহিছিল। ততালিকে তাই থিয়হৈ টপৰাই মাত লগালে, "উৱা! আপুনি কেনেকৈ বিলাব ? মইহে সেইকাম বঢ়িয়াকৈ জানো। মই বিলাম, তইঁত সকলোৱে বহ হঁক।"

যেই কথা সেই কাম। তাই মোক প্লেট এখনত আৰু আন বিলাকক হাতে হাতে বিলাই দিবলৈ ধৰিলে। চমজিবলৈ পলম নহল যে খোৱাৰ আগ্ৰহ শ্ৰীমতীইঁতৰ মোতকৈ কোনোগুণে কম নহয়। সকলোৱে একোবিধ হাতত পৰাৰ লগে লগে মুখতো সুমাই দিছে। ঠিক সেই সময়তে সাংঘাতিক ঘটনা এটা (অৱশ্যে সাধুকন্যাইঁতৰ বাবে) ঘটিল। তাৰমানে পৰ্দ্দাঠেলি মাস্তলটোৱে দেখা দি পেঁপা বজালে, "অঁতঁ পৰেঁ তঁইতেঁ জঁলঁপাঁনঁ খুঁৱাঁই তুঁলিঁবঁ পঁৰাঁ নাঁই কিঁয়ঁ হোঁ ?"

সপ্তভগ্নীৰ বিলাই-বিপত্তিৰ সীমা নোহোৱা হ'ল। অমুকাই ভাবিলো যে এনেকুৱা অৱস্থৰ যেন সাত-শত্ৰুৰো নঘটে। এইইঁতৰ বিপদৰ চৰম-সীমা, তাৰমানে গালকেখন ভিওাকাৰ — মাস্তলৰ আগত চোবাবও নোৱাৰে আৰু নোচোবোৱাকৈ গিলিবও নোৱাৰে। লগে লগে তাইইঁতৰ সাতযোৰ আখিয়ে পিংপং-বলৰ দৰেহৈ সাক্ষী দিব ধৰিছে। তাইইঁতৰ বিপদৰ গুৰুত্ব অমুকাই তং কৰি তপতে তপতে বুদ্ধি এটা সাজি ততাতৈয়াকৈ কলো, "মোৰেই দোষ দিয়ক। আচল কথা কি বুজিছেনে — মানে নাৱত উঠি চাকনৈয়াত পৰি মাৱৰ মুখলৈ পাহৰি যোৱাৰ দৰে — ময়ো ৰসগোলা দেখি, ৰসৰ হোলাত সাতুৰি থাকোতে খোৱাৰ কথা পাহৰিয়েই গৈছিলো। এতিয়াহে আৰম্ভ কৰিছো — আমাৰ মায়ে খোৱাৰ সময়ত মোক লাহে-ধীৰে খাবলৈ শিকাইছিল নহয় ; সেইবাবে মেহেৰবানী কৰি আপুনি মোক মাফ ক... "

মাস্তলে টেঁটটেঁটালে, "আঁয়েঁ দেঁহিঁ ! বঁঢ়িঁয়াঁ লঁৰাকঁণঁ ! মাঁফঁ খুঁজিঁবঁ লাঁগিছেনেঁ...এঁ ? লাঁহেঁ লাঁহেঁ খোঁৱাঁ বোঁপা, লাঁজঁ নঁকঁৰিঁবাঁহঁকঁ দেঁহঁ মঁইঁ নাঁ..." বুলিকৈ যি বাটেৰে আহিছিল সেইবাটেৰেই ওলাই গ'ল।

তেওঁ এবাউট টাৰ্ণ কৰাৰ লগে লগে সপ্ত সাধু-কন্যাৰ বিপদৰ অন্ত পৰিল। বেচেৰীহঁতক দুৰ্গতিৰ খালৰ পৰা উদ্ধাৰ কৰিব পাৰি অমুকাৰ মনটো সাতখন পাঁচখন লাগিল। শাস্ত্ৰই সদায় ঢোল বজাই আছে যে 'পৰোপকাৰ পৰম ধৰ্ম্ম'। এই ক্ষেত্ৰত ধৰ্ম্ম হ'ল নে নাই নাজানো যদিও মোৰ কৰ্ম্মৰ মৰ্ম্মটো বঢ়িয়াকৈ বুজিলো — বেচেৰীহঁতৰ ওফোন্দি ভিণ্ডাকাৰ হোৱা গালকেখন স্বাভাৱিক হ'ল আৰু চকুৰে ওলোৱা পানী আঁচলেৰে মচি মুখ কেখন ফৰকাল কৰিলে। তাৰ পিছত প্ৰশংসমান দৃষ্টিৰে মোৰ ওপৰত তাইহঁতৰ চেনেহৰ নিয়ৰ বৰ্ষণ কৰিলে।

প্ৰথমে জীয়াভৰলীয়ে মাত লগালে, "ভাল ৰক্ষা কৰিলে দিয়ক। নহলে আজি আমাৰ কঁপালত··· "

তাইৰ মুখৰ কথা কাঢ়ি আনি মই জোৰা লগাই দিলো, "সেন্দুৰৰ ফোঁট পৰিলহেঁতেন।"

"ধেৎ···ধেৎ···" কেৰাজনীয়েও উচ্চাৰণ কৰিলে।

কাহিনীয়ে হাঁহি লাহেকৈ ক'লে, "গোবৰৰ ঠাইত সেন্দুৰৰ ফোঁট হলেতো ভালেই আছিল কিন্তু ইমানমখা সেন্দুৰ মায়ে পাব ক'ত ?"

"কেলেই ?" মই কলো, "সেন্দুৰৰ কি অভাৱ ? মই স্যুটকেচত এবটল ভৰাই আনিছো নহয় ?"

অৰুন্ধতীয়ে মুখখন বেকেটাই তাচ্চিল্যৰ সুৰত ক'লে, "সেইকণ তো দামিনী বাইদেউৰ কপালতে খতম্।"

"লাগিলে বজাৰৰ পৰা কিনি আনি দিবও পৰা হব।" মই কলো।

গঙ্গা-যমুনাই মাত লগালে, "আপোনাৰ পক্ষৰ পৰা নেকি ?"

সৰ্ব্বনাশ। নৈৰ পাৰে পাৰে শীতল বায়ু সেৱন কৰি ফুৰোতে গৰাখহনীয়াৰ সৈতে পানীত পৰাৰ দৰে — ৰসালাপৰ ৰসৰ পাকত পৰি — উতলি থকা কুঁহিয়াৰৰ ৰসৰ থালিত ভেকুলী পৰি ঢেল্‌ওপঙা দিয়াৰ দৰে, ওপঙিব লাগিব বুলি আগেয়ে সমূলি দৰিয়াপ কৰা নহল। তাজ্যৱ কথা! আজিৰ এই পঞ্চ-পৰিকল্পনাৰ দিনৰ পাঁচমিহলি ভেজাল বস্তুৰ দাম নপৰি পঞ্চদশ গুণে উৰ্দ্ধগামী হোৱা প্ৰগতিৰ যুগতো এটা অতি সাধাৰণ কল্পনা কৰিব নজনা নিনাও নগৰীয়াই কাৰৈ মাছৰ দৰে কাণ ৰাই ৰাই গৈ কেনেবাকৈ যদি কেবিনত তাৰমানে কেবিনেটত আসন এখন পালোহেঁতেন, তেনেহলে দেশৰ

অৰ্থাৎ নিজৰ বঙহৰ দহজনৰ কি কচুপাত ফুলালোহেঁতেন ? নিজক বসিক বুলি জাহিৰ কৰিবলৈ গৈ এতিয়া উল্টাকৈ হৰমত হেকৰাবলগীয়া হব বুলি জনা হলে কোন হেৰিয়াই ফাতবামী কৰিলেহেঁতেন…

মই সুবুদ্ধি এটা বিচাৰি খানিকমান পৰ নিমাতহৈ বুদ্ধিৰ চুঙা বৃহস্পতি দেৱৰ আৰাধনা কৰিছিলো হবলা কিন্তু আশীৰ্ব্বাদ পোৱাৰ সুযোগ নঘটিল। কিয়নো, গুৰৰ টেকেলীৰ চাৰিওফালে মাখিয়ে ভোনভোনোৱাৰ দৰে অমুকাৰ কৰ্ণ-যুগলৰ চাৰিওফালে উঠা গুণগুণনি-ভুনভুননিয়ে তপস্যা ভঙ্গকৰি দিলে। সকলোটিয়ে পাইকাৰী হিচাবে কিবা ফিচিঙাফিচিঙি লগাইছে। তাৰে মাজতে জীয়াভৰলীয়ে ৰণজনোৱা বচন কাণত পৰিল, "ৰণ-ভগনীয়া হ'ল দেখোন ? হেৰি বসিকতাৰ বহঘৰা ! বোলো ৰসৰ গোল্লাই গলত সোপা দিলে নেকি ?"

তাইৰ ইতিকিং শুনি চিধাই ৰসাতলত পৰা যেন পালো যদিও টালিবাজি কৰি মই জবাব দিলো, "তাহানি স্বৰ্গৰ পৰা নামি অহা অলকানন্দায়েই বাবা গঙ্গাধৰৰ জটাৰ পাকত পৰিও তাত বৈ থাকিব নোৱাৰি বৰ বৰ পৰ্ব্বত সমূহকো হেলাৰঙে পাৰহৈ সাগৰত পৰিছিলগৈ, সেই কথা জানেই নহয়। তেনে থলত অমুকাৰ এই কোঁপোলা আৰু পিছল নেলুডালত…" বুলি মই গঙ্গা-যমুনালৈ আঙুলিয়াই কলো, "এওঁ-গঙ্গা-যমুনাৰ মুখৰ মৌজুলীয়া-ৰস পিছলি নগৈ সোপা লগাব পাৰেনে ? নলীয়েদি গৈ থালিত পৰি হজম হব ধৰিছে।"

আনবিলাকে একেলগে খিল্‌খিল্‌কৈ হাঁহিৰ আনন্দলহৰি তুলিলে। গঙ্গা-যমুনাৰ স্নায়ুকেন্দ্ৰৰ পৰা — ইলেকট্ৰিক কৰ্পোৰেশ্যনৰ কাৰেণ্ট-চাপ্লাই হঠাৎ বন্ধ হোৱাৰ দৰে — শক্তি প্ৰৱাহৰ যোগান বন্ধ হোৱাত তাইৰ মুখখন শেতা পৰিল।

এইবাৰ 'লাহবিলাহৰপাকে' মোক পাকত পেলাবলৈ লাহেকৈ মুখখন আওৰাই কোমল সুৰেৰে সুধিলে, "হয়নে হেৰি মিঠাৰ নগৰীয়া, তেনেহলে আপোনাৰ গঙ্গা-যমুনা অৰ্থাৎ আমাৰ বন্দনীৰে কঁপালত সিন্দুৰ লিপিবলৈ মন গৈছে নেকি ?"

মই টপৰাই উত্তৰ দিলো, "সেইটোনো কি তাজ্যৱ কথা হব, নে কেতিয়াও নোহোৱা-নুপজা কথা হব ? হিন্দু হলেই কঁপালত সিন্দুৰ পৰে। ইয়াৰে কোনজনীয়ে নো উকা-কপালে থাকিব পাৰিব বুলি ভাবিছে ?"

"সেই কথা সকলোৱে জানে দিয়ক।" জীয়াভৰলীয়ে তাইৰ ডিঙিটো

পোন কৰি নয়নযুগল পয়সত্তৰ ডিগ্ৰী বেঁকা কৰি সুধিলে, "পিছে ভাগুৰীয়া, সম্প্ৰতি কাৰ কঁপালত সিন্দুৰ পৰিব ?"

"আটাইৰে কপালত পৰিবও পাৰে বুলি কলে কিবা দোষ হব নেকি ?" মই ৰহস্য কৰি সুধিলো।

সকলোটিয়ে খিল্‌খিল্ কৰে হাঁহি দিলে। তাৰ পিছত নীলাচলে তাইৰ আঁচলটো দাঁতেৰে কামুৰি সুধিলে, "হেৰি! আপুনি ঘাৰকাৰ নে লঙ্কাৰ ?".

মই উত্তৰ দিলো, "কোনোটোৰে নহয় — দিলদৰিয়াৰ হে।"

লাহবিলাহে লাহেকৈ সুধিলে, "তাৰমানে বা কি ?"

"তাৰমানে," মই গম্ভীৰহৈ কলো, "দিলত দৰদ থাকিলেই হয়, 'দিলদৰিয়া' আৰু তাৰে নেজ গজিলে হয় দালাল। এতেকে দালাল মানে লাল কৰি দিয়া অৰ্থাৎ কঁপাল ৰঙীন কৰি দিয়া — যাক বোলে ঘটক। বুজিছে যদি ভালেই নুবুজিলে দাঁত ছেলাই থাকক। মই ইয়াৰ বেছি নকওঁ।"

তাইহঁতে পৰস্পৰে মুখ চোৱা-চুই কৰিব ধৰা দেখি অমুকাৰ চমজিবলৈ বাকী নাথাকিল যে মোৰ ৰহস্য ব্যাখ্যাৰ আচল অৰ্থ এজনীয়েও বুজিব পৰা নাই। অমুকাৰ মনটো গৰ্ব্বতে ফুটবলৰ দৰে ফুলি উঠিল। দীঘল গোঁফ এযোৰ নাকৰ তলত থকা হলে তাক নো কি পেটাৰ্ণত সজালোহেঁতেন তাকে ভাবিব ধৰিলো।

খাদ্যবোৰ পেটত সোমোৱাত পেটৰ সৈতে আটাইৰে মনবোৰো জুৰ পৰি তজবজনি কমি সকলোৱে শান্ত হৈছিল। প্ৰথমাই নিজৰ চাদৰৰ আঁচলটো কামুৰি ধৰি আদৰ দেখুৱাই ক'লে, "চাহকণ আপুনি খাওক দেই··· "

টি-পটলৈ চাই মই হতাশ ভাবে হুমুনিয়াহ কাঢ়ি কলো, "চেঁচা চাহ আৰু কেঁচা মাছ খোৱা বিধৰ জন্ত মই নহওঁ বুলিহে মোৰ ধাৰণা আছিল দেখোন ; কি কৰা যায় এতিয়া ?"

মোৰ কথা শুনামাত্ৰকে, মেকুৰীয়ে নিগনি ধৰাৰ নিচিনা বন্দনীয়ে টলকতে টি-পটটো হাতত লৈ ভিতৰ সোমাই গ'ল। তাইৰ পিঠিৰ গঙ্গা-যমুনা-মাৰ্কা বেণী দুডালৰ জোকাৰনিলৈ চাই দুযোৰ চকুৰ হিংসা বা ইৰ্ষাৰ কিবা এবিধ অগনি জ্বলিবৰ উপক্ৰম হ'ল।

অমুকাই ৰেহৰূপ চাই বহি থাকিলো।

৯

সেই সময়তে নেৰিয়াৰামে ব্যস্তবাগীশহৈ সোমাই আহি দূৰতে থিয়হৈ তাৰ কায়দা-মাফিক চালাম কৰি উচ্চাৰণ কৰিলে, "গুড্-ইভ্নিং-হুজুৰ।"

অমুকায়ো তাৰ ভূতপূৰ্ব্ব মালিক ডেনেহী চাহাবৰ কায়দা মাফিক ( সি আগধৰি মোক ওৱাকিফ কৰি থোৱা দৰে ) কলো, "ইউ ডেম্ফুল বাগাৰ, ইমান পৰে ক'ত আছিলি ?"

সিয়ো সাধাৰণ বিধৰ ভাৰৰীয়া নহয়। মুখৰ মাতটো কঁপাই বিননি জুৰিলে, "হুজুৰ মা-বাপ, মাফ কৰক। এইখন মোৰ একদম্ নিজৰ ঘৰ, এওঁবিলাক মোৰ নিজৰজন, আপোনজন, নেৰিয়াৰামৰ চেনেহৰ চেনিৰ লাড়ু... "

তাৰ কথাৰ মাজতে কলৰব উঠিল — চৰাই পোৱালীৰ নহয় — সাধুপোৱালী সৱৰ। তাক আগুৰি ধৰি যেয়ে যি পাইছে কৈছে; হাঁহি-হাঁহি হালি-জালি কিবাকিবি সুধি তাক ব্যতিব্যস্ত কৰিব ধৰাত তাৰ কথাবোৰ এইইঁতৰ আনন্দ-কোলাহলত — বেন্‌পাৰ্টিৰ আৱাজত গ্ৰামোফোনৰ মাত লীন হোৱাৰ দৰে — লীনহৈ যোৱাত অমুকাৰ কাণত নপৰিল।

থিয়েটাৰত ভাও দিয়াত অমুকাও এলাপেচা ওস্তাদ নাছিলো। কোনোবা চিনেমা পৰিচালকৰ সন্ধানী চকুত কেতিয়াবা কেনেবাকৈ পৰা হলে মেক্-আপ্ নকৰাকৈয়ে তোলা অমুকাৰ ফটো ফিল্ম-মেগাজিনৰ প্ৰথম পাততে নিশ্চয় জিলিকি থাকিলহেঁতেন। অৱশ্যে ডিৰেক্টৰৰ চকুত নপৰাৰ কাৰণো নথকা নহয়; তাৰমানে আমাৰ থিয়েটাৰৰ কৰ্ত্তৃপক্ষই হেণ্ডবিলত — 'সস্ত্ৰীক অমুক মন্ত্ৰী, নাইবা ৰাজ্যপাল অমুকজী, আজিৰ থিয়েটাৰত সন্মানিত আলহী ( দৰ্শক নহয় দেই ) বুলি নাম জাহিৰ কৰি হেণ্ডবিল বিলাই প্ৰচাৰ নকৰিলে, যি থলত আমাৰ ডা-ডাঙৰীয়া সকলকে কমপ্লিমেণ্টৰী টিকত দিও থিয়েটাৰ হললৈ আনিব নোৱাৰি, সেই থলত পৰিচালকৰ গাতেই বা দোষাৰোপ কৰা যায় কেনেকৈ ? গতিকে চিনেমা জগতৰে দুৰ্ভাগ্য যে নিনাও-নটস্থৰ্য্যক চিনেমা-আদিত্য ৰূপে উদয় কৰাই ফিল্ম-জগৎ ( তাৰমানে মেগাজিন বুলিবও পাৰি নেকি ? ) আলোকিত কৰিব নোৱাৰিলে। সি যি কি নহওক বাৰু —

মই কোনোকালে নেদেখা-নুশুনা তাৰ ডেনেহী চাহাবৰ দৰে মেজাজী সুৰত কঠুৱা মাতেৰে ধমক লগালো, "ইউ-ডেম্-ডেভিল।"

সি ভয়তে দুখোজ পিছুৱাই অপৰাধীৰ দৰে থিয়হৈ হাতযোৰ কৰি ক'লে, "ইয়েচ্চাৰ, হুজুৰ মা-বাপ, পাৰ্ডং হুজুৰ··· "

গাভৰুৰ দলে কাণ্ড দেখি একদম নিৰ্ব্বাক বা অবাক অথবা হতবাক। যেন কাঁহ পৰি জীণ গ'ল। তাইহঁতে নিশ্চয় মনতে আকাশত চাং পাতি মোক চাংবঙলাৰ পৰা আকাশৰ চাঙলৈ দলিয়াই দিলে। তাকে চমজ কৰি নিজৰ মনতে মজা উপভোগ কৰি নাম-গোত্ৰ আৰু গোঁফহীন হৈও গপতে এই খুদমান নিনাও বাওনাৰ কণমান মনটো পাম্প কৰা বেলুনৰ দৰে ফুলি ঢোল-পৰিমাণ হল। ৰবৰৰ হোৱা হলে নিশ্চয় ফাটি সাধুপোৱালী সকলক আকাশলৈ উৰুৱাই দিলে হেঁতেন।

মই গম্ভীৰহৈ আৱাজ কৰিলো, "অভী ডাকবাংলা জানে হোগা।"

"বহুত আচ্ছা হুজুৰ।" সি চালাম কৰি ক'লে, "মোৰ ডিউটী ফিনিঃছ হুজুৰ।"

তেতিয়াই গাভৰুৰ দলে ভিনে ভিনে ভিন ভিন সুৰত বাঁহী বজালে, "ইয়াতে থাকিব লাগিব।" "আমি যাব নিদিওঁ।" "নোখোৱা নোবোৱাকৈ যাব নাপায়।" ইত্যাদি।

জীয়াভৰলীয়ে এখোজ আগবাঢ়ি ক'লে, "যাওঁ বুলিলেই হ'ল নেকি? যাওকচোন বাৰু চাওঁ?" নেৰিয়ালৈ চাই ক'লে, "যাব নোৱাৰা নেৰিয়া কাই। যাব খুজিলে তোমাক " বুলি ভুকু দাড়ি দেখুৱালে।

এনেতে বন্দনীয়ে গৰম চাহৰ কেটলি লৈ সোমাই আহিল। তাইৰ হাতৰ পৰা টি-পটটো নেৰিয়াই কাঢ়ি আনি তাৰ খানচামা-কায়দা মাফিক পিয়লাত চাহ বাকি মোলৈ আগবঢ়ালে। লগে লগে সি আনে নেদেখাকৈ চকুটিপ মাৰিলে। এতিয়াই যে 'কাম ফিনিছ' বুলি কৈছিল, তাৰ অৰ্থটো মই বুজি পালো। তাৰমানে মোৰ সাৰথি নেৰিয়াৰামে শাহুৰ বিয়াত নাৰদ লগালে। আমাৰ উদ্দেশ্য সিদ্ধিৰ পথত। এতিয়া টেলিগ্ৰাম এখন কৰাই দিব পাৰিলেই মোৰ মুনিব হতশ্ৰীহতীয়ে পোৱা পাঁচ হাজাৰ টকাৰ চেক হজম কৰিব পাৰে।

· ফিৰফিৰিয়া বতাহত আহতৰ পাত কঁপি বত্ৰহ বন্ধ হোৱাৰ লগে লগে

নিশ্চলহৈ পৰাৰ দৰে সাধুকন্যা সকলৰ মনবোৰৰ নাচন বন্ধ হোৱাত মুখবোৰ গোমোথা হোৱা দেখি অমুকাই দৰিয়াপ্ কৰিলো যে তাইহঁতৰ মনৰ উৎসাহ বৰফ হৈছে। কেজনীয়ানে নেৰিয়াক আঙুৰি ধৰি তাৰ কাণৰ কাষত ভোনভোনাইছে। কোনোবাই তাৰ কান্ধত, কোনোবাই হাতত, কেৱে বা মূৰত ধৰি নেৰিয়া-নেৰি কৰিছে।

গহীন মাতেৰে মই ডাঙৰকৈ আৱাজ কৰিলো, "বোয় !"

দুয়ো হাতেৰে সমুখৰ হাবি ফালি বাট উলিয়াই মানুহে জঙ্গলৰ মাজেৰে আগবঢ়াৰ দৰে, সি দুয়োহাতেৰে সিবিলাকক কাষৰীয়া কৰি বাট উলিয়াই আগুৱাই আহি টেবিলৰ আনফালে থিয়হৈ মোক চালাম কৰি উচ্চাৰণ কৰিলে, "হুজুৰ ?"

মই কলো, "আমি এতিয়াই ডাক-বঙলালৈ যাম।"

গঙ্গা-যমুনা অৰ্থাৎ বন্দনীয়ে তাইৰ যুগলবেনী জোকাৰি ক'লে, "আমি যাব নিদিওঁ..." বেচেৰীৰ মুখৰ মাতত মৰম আৰু চকুৰ চাৱনিত কাতৰতা।

মই ৰহস্য কৰি কলো, "তোমাৰ নাম এওঁ বিলাকে বন্দনী বুলিহে কৈছে, বন্ধনী বা বান্ধনী নহয় আৰু বান্ধৱীও নহয়। এতেকে বান্ধিবা কিহেৰে ?"

বাকীবিলাকে খিল্‌খিল্‌কৈ হাঁহি কোঠালীৰ বতাহত মূৰ্ছনা তুলিলে — ছজনী যেন ছটা চেতাৰৰ ছডাল তাঁৰহে — যাৰ অনুকম্পনত তামাম কোঠালীৰ বতাহ, মায় বন্দনী, নেৰিয়া আৰু অমুকায়ো ইষৎ কঁপিলো।

নেৰিয়াই বন্দনীলৈ চাই ক'লে, "তুমি আমাৰ হুজুৰক চিনা নাই। হুজুৰে যাব খুজিছে যেতিয়া যাবই।"

সেই সময়তে নন্দন শাহুৰ শহুৰ সদাশিৱ সাধু সোমাই আহি জীয়েকহঁতৰ পাছফালৰ পৰা কৰা-মাতেৰে নেওঠনিৰ আৱাজ উলিয়ালে, "তই মোৰ প্ৰতাপৰ কথা পাহৰিলি নেৰিয়া ? ডাক বঙলাৰ আশা এৰি চাংবঙলাতে থাকিব লাগিব। মই এক কথাৰ মানুহ বুলি তই... "

কাউৰীয়ে মুখৰ আধাৰ কাঢ়ি নিয়াৰ দৰে নেৰিয়াই সাধুৰ মুখৰ কথা কাঢ়ি আনি জৱাব দিলে, "পাহৰা নাই ৰৰবাবু দেউতা। ই জানো গেলামাল যে গিলি পেলালে পেটত গেলি যাব ? আপোনাৰ শপত এই হেৰিয়াৰ পো নেৰিয়াই খোৱা আপোনাৰ লোণ এতিয়াও পেটত... "

ৰংমনেৰে সাধুৱে উচ্চাৰণ কৰিলে, "চাবাইছ বাচা, তই মোৰ লৰাৰ নিচিনা ; এইখন তোৰ ঘৰ বুলি ভাবিবিহঁক।"

"থেঙ্ক-ইউ — দৌতা-ববৰাবু..." নেৰিয়াই তাৰ চাহাবৰ কায়দাৰে টপৰাই উচ্চাৰণ কৰিলে।

"আ-অ' !!" বুলি সাধুৱে বিস্মিতহৈ নাক আৰু থুতৰিৰূপী উধানটোৰ মাজৰ থালটো বহল কৰি সুধিলে, "তই ইংৰাজী শিকিছ নেৰিয়া ?"

টপৰাই নেৰিয়াই উত্তৰ দিলে, "ইয়েচ স্যাৰ — হয় দেউতা। আমাৰ চাহাব ডেনেহী মিষ্টাৰে হুকুম দিলে বোলে—নেৰিয়া, ডেম্ফুল গুলবোয়, তই আমাৰ জেন্‌ৰল-মেঞ্জাৰৰ সৈতে বিলাতৰ লোগোনলৈ যাব লাগিব। ইংৰাজী ন হিকিলে মেমচাহাবে খথা ফাতিব ন-ফাৰিব। তই টু-ডে ৰান, টুম্ৰো ৰান এইদৰে ফ্ৰেকটিছ কৰিবি। অছ্‌মিয়া ডোণ্ট-ঠক, গুলফুল..."

সাধুৱে ক'লে, "তোৰ কপাল বৰ ভাল অ' নেৰিয়া।"

সি কলে, "ইয়েচ স্যাৰ, ভেৰিগুড। থেঙ্কিউ দেউতা।"

"এৰা ভেৰিগুডেই। পিছে, জেনেৰেল মেনেজাৰ জন নো কোন ?" সাধুৱে সুধিলে।

সি মোলৈ আঙুলিয়াই কলে, "মোৰ হুজুৰ। আমাৰ চাহাব ডেনেহী মিষ্টাৰ ভেৰি কাইণ্ড আদমী দেউতা। হুজুৰক ব্ৰাদাৰ-ইন্‌-লৰ দৰে লভ কৰে। ইমানবোৰ কেণ্ডিধেৎ থকাতো হুজুৰকহে কামটো দিছে।"

মোৰ বিশ্বাস আছিল যে গছত গৰু তোলা বিখ্যাত অমুকা পহিলা নম্বৰৰ পাজি কিন্তু এতিয়া যি দেখিলো, যি বুজিলো আৰু যি শুনিলো তাৰ পৰা বঢ়িয়াকৈ চমজিলো যে মোৰ চপনিয়াই মোৰ মুৰৰ ওপৰেৰে থিয়ই থিয়ই চেৰাই গৈছে। এতিয়া বাৰুকৈ প্ৰমাণ পালো, যে টালিবাজি কৰি ফালতু কথা 'কোৱা' বিষয়ত দিলদৰিয়া দালালৰ বাওনা হাৰামীতকৈ নিনাও নগৰীয়াৰ চপনীয়া নেৰিয়া চয়তান বাৰগুণে বেছি হাৰামী। ইয়াকে কয় 'বাপৰো বাপ থাকে।' মই অনুভৱ কৰিলো যে, তাৰ ফাজিল কথাৰ হেলিকোপ্টাৰত উঠি অমুকাৰ মনটোৱে আকাশত হাৱা খাবলৈ উঠাৰ লগতে খুদমান শৰীৰটোৱেও যেন বাঢ়নীয়া পানীত বাওধান বুঢ়া দি বাঢ়ি সমুখতে থকা সদাশিৱ সাধুতকৈও ওখহৈ পৰিল। মই নেৰিয়াৰামক দিব খোজা ধন্যবাদটোৱে

পেটৰ পৰা জিভাৰ গুৰিলৈকে উজাই আহিছিল কিন্তু বাহিৰ কৰি নিদি দোপ মাৰি গিলি থৈ মনতে মজুত কৰি ৰাখিলো।

খানিকমান সময়ৰ আগতে অশান্ত সপ্ত-ভগ্নীয়ে নেৰিয়াৰ নিৰহ-নিপানী ভাঁৱৰী-পকীয়া কথা শুনি সম্মোহিতা হোৱাৰ পৰা সোঁত-হীনা সপ্ত-স্থিতিৰ দৰে বিৰাজ কৰিছে। সম্প্ৰতি সদাশিৱ বাবায়ো যেন কেচিলিমমান ভাং পুৰি উঠি হোৱাৰ দৰে গোলাপী-নিচাত মছগুল। তাকে দেখি অমুকাৰ আনন্দ কুলাই পাচিয়ে নধৰা হ'ল, মনটো সাতখন পাঁচখন লাগিল। তাৰ কাৰণটো নকলেও বুজাই বুজিব পাৰিব। তাৰ লগতে আন এটা কাৰণ এই যে, অথনি নেৰিয়াই চকুটিপ মৰা কথাটো বঢ়িয়াকৈ বুজিপালো ; তাৰমানে সি ভাৰ লোৱামতে কাম কৰিছে অৰ্থাৎ শাহুৰ বিয়াৰ নাৰদ-কৰ্ম্ম খতম্ আৰু আমাৰ মুনিবৰ পাঁচহাজাৰ টকা হজম। এই শুভ সংবাদ পাই লুধুমীয়ে খুদমান বাওনাক কোল-বালিচ নকৰিলেহে ৰক্ষা।

আৰু বেছি দূৰলৈ উধাব দিলে মোৰ গলগ্ৰহে বা আকৌ মোক কি ঘোঁৰাত তুলি কোন আকাশলৈ উৰাই দিয়ে বুলি মনত আশঙ্কা কৰি মই তাৰ কথাত বাধা দি মাতিলো, "বোয়.."

সি কায়দা মাফিক ঘূৰি মোৰ মুৱাহে চালাম কৰি কলে, "ইয়েচ শ্যাৰ, হুজুৰ...অলৰাইট, চলিয়ে হুজুৰ।"

সদাশিৱ সাধুৱে সদয় ভাবেৰে কলে, "শুনিছা নগৰীয়া বোপা, তুমি ডাঙৰ চাকৰি কৰিছা যদিও ম্যোৰ ওচৰত ল'ৰা। মই তোমাক অনুৰোধ কৰিছো, তুমি কলৈকো নগৈ ইয়াতে থাকা। মই যাব নিদিওঁ জানিবা। তাৰ পিছত কথা এটা কওঁ শুনা, তুমি নাজানা কিন্তু নেৰিয়া মোৰ নিজৰ লৰাৰ চামিল। সি মোৰ ইয়াৰ পৰা যোৱাৰ নো কেইটা বছৰ হৈছে..."

টপৰাই নেৰিয়াৰামে মাত লগালে, "ফাইফ ইয়াছ..."

"হব পাৰে।" বুলি মোলৈ চাই সাধুৱে ক'লে, "শুনিছা বোপা, এই নেৰিয়াই বাৰুকৈ জানে যে এই শিলঘাট নগৰত মোৰ কথা পেলাব পৰা মানুহ এজনো নাই। যি নহওক, নিজৰ গুণ বখানিব এৰি আচল কথাহে কওঁ শুনা, নেৰিয়াক মোৰ নিজৰ পো বুলিহে মই ভাবো। সম্প্ৰতি সি তোমাৰ চাপ্ৰাছি হৈছে সঁচা কিন্তু মোৰ আগত সি কোনো কথা লুকোৱা নাই ; সকলো কথা কৈছে জানিবা।"

সৰ্ব্বনাশ। মই নিজৰ মনতে প্ৰমাদ গণিলো। এই আপদীয়া, মিছা কথাৰ ভাণ্ডাৰ হতভগাটোৱে বা নিজৰ কিচমত্ জাহিৰ কৰিবলৈ ফাজিল কথাৰ ফাম্বুচ কিমান উৰুৱাইছে ? তাক সুধিবলৈ উপায়ো নাই। এবাৰ তাৰ মুখলৈ চালো কিন্তু তাৰ গম্ভীৰ মুখত কোনো পৰিবৰ্ত্তনেই নাই। সি মোৰ ঘৰত চপনীয়াহে সোমাওতে কোৱা কথা মনত পৰিল— গুৰুতৰ কথা নহলে সৰু-সুৰা কথাত সি নাহাঁহে। গভীৰ নদীৰ সোঁত বুজিব নোৱাৰাৰ দৰে এই জলহু নেৰিয়াৰ অন্তৰৰ ভাব তাৰ গহীন-গম্ভীৰ মুখ দেখি সমূলি অনুমান কৰিব নোৱাৰি।

সাধুৱে কৈ আছে "··· তুমি জোৰণ দিবলৈ আহিছা যেতিয়া তুমিও দোষী। তথাপি মই তোমাৰ গাত দোষ দিব নোখোজো। কাৰণ, ঘটক হিচাবে তোমালোকৰ ই এটা ব্যৱসায়। পিছে, মই খং কৰিছো সেই নেগুৰ-কটা-বাঘ নন্দন আৰু তাৰ বাপেক কমল শাহুকহে। সিহঁতে মোক ঠগাই নিজৰ কাৰ্যসিদ্ধি কৰিবলৈ এইখন চক্ৰান্ত-জাল পাতিছিল। এতিয়া মই বুজিব পাৰিলো যে, যিজন স্বাস্থ্যবান ডেকাই নন্দন নামলৈ ইয়ালৈ আহিছিল সি আচল নন্দন নহয়, জাল। যিজন আচল নন্দন সি এটা অপদাৰ্থ, মদাপী, বদমাচ গুণ্ডা। মোৰ বৰ কপাল যে এই নেৰিয়াৰাম আহিছিল। ই নহা হলে মোৰ ছোৱালীজনী হাতে-ভৰিয়ে বান্ধি পানীত পেলাই দিয়াৰ দৰে হ'লহেঁতেন। মই ইয়াৰ পোতক তুলিম — সিহঁত দুজনৰ ওপৰত ফৌজদাৰী মকৰ্দ্দমা কৰি··· "

তাজ্জ্ব কথা, মই ভাবিলো, এই কটা হেৰিয়াৰ পো নেৰিয়াই মিছাকথাৰ ফুলজাৰী মাৰি মোৰ মূৰৰ ওপৰেৰে চেৰাই গৈছে। তথাপি পেটে পেটে মোৰ অপাৰ আনন্দ যে সি গাত লোৱা মতে মোৰ কাৰ্য্য সিদ্ধি কৰি দিলে। এতিয়া সাধুৰ কোনোৰকমৰ অসাধু পাকচক্ৰত নপৰাকৈ উভতি যাব পাৰিলেই ৰক্ষা। তাকে ভাবি মই মুখত খংভাব দেখুৱাই উচ্চাৰণ কৰিলো, "বোয়-ডেস্ফুল !"

ততালিকে সি হাতযোৰ কৰি ক'লে, "পাৰ্ডন হুজুৰ, মা-বাপ। বৰবাবু দেউতা মোৰ ফাদাৰৰ নিচিনা··· "

তাৰ কথাত বাধা দি সাধুৱে ক'লে, "তাৰ গাত দোষ নাই বোপা। কমল শাহুৱে দালাললৈ লিখা চিঠিখন তাৰ জেপত আছিল। ছোৱালীহঁতৰ সৈতে কথা পাতি থাকোতে সেইখন ওলাই পৰিল চাগৈ। এজনী ছোৱালীয়ে মানে ফণিনীয়ে পাই তাই পঢ়ি চাই মোৰ হাতত দিলেগৈ। গতিকে নেৰিয়াৰ কোনো দোষ নাই। অৱশ্যে কমল শাহু হঁতৰ বা-ৰাতৰি সি মোক পিছত

কৈছে। সি তো মোৰ আগত কোনো কথা লুকাব নোৱাৰে। যি নহওক, এইখন বিয়াতো মই কোনোমতে হবলৈ নিদিওঁয়েই, তদুপৰি মই সিহঁতৰ ওপৰত ফৌজদাৰী… ”

অমুকাৰ মনত ভাব হৈছিল যেন একেজাপে উঠি নেৰিয়াৰ ডিঙিত ধৰি কেইটামান চুমা খামগৈ। কিন্তু সেই ভাব চাপাছি কৰি মুখত ঘোৰ আপত্তি দেখুৱাই কলো, “সেই কথা আপুনি কেতিয়াও কৰিব নোৱাৰে স্যাৰ। ল’ৰা চাইমেলি আপুনি পছন্দ কৰি সন্মতি দিয়াতহে আঙঠি পিন্ধাইছিল। তদুপৰি আজি জোৰণ দিয়াও হৈ গ’ল। এতেকে এই ছোৱালীৰ ওপৰত নন্দন শাহুৰ ক্লেইম, কিবাবোলেনে স্বত্ব-সাব্যস্ত হৈ পৰিছে। এতেকে পৰহিলৈ দৰাসাজি তেওঁ উপস্থিত হবহি। আইনমতে আৰু দেশৰ দস্তুৰ মতে… ”

উধানৰূপী থুতৰিটোৰে সৈতে মুখখন বিকটাই সাধুৱে ক’লে, “এহ্, থোৱাহে থোৱা, তোমাৰ ক্লেইম আৰু আইনৰ টোপোলাটো এফলীয়াকৈ। মই যি কলো সেয়ে আইন আৰু সেয়ে দস্তুৰো। ওচৰত পোৱা হলে সিহঁতক মই আইনখন ভালকৈ শিকাই দিলোহেঁতেন। তুমি নাজানিলেও এই নেৰিয়াই বাৰুকৈ জানে যে শিলঘাট নগৰত সদাশিৱ সাধুৱে যি কয় সেয়ে আইন। তুমি বুজা নাই যদি কওঁ শুনা নগৰীয়া বোপা, তুমি যে শাহুহঁতৰ চক্ৰান্তত যোগহে জোৰণ দিবলৈ আহিছা সেইবাবে তোমাকো মই জগৰীয়া কৰিব পাৰো। পিছে জৰৰ দাহত বেৰত লথিওৱা মানুহ মই নহওঁ জানিবা। সম্প্ৰতি মই নিজে টেলিগ্ৰাম এখন কৰিদি বিয়া কেনচেল কৰি আহোগৈ। নেৰিয়াকো মই লগতে লৈ যাম আৰু তোমাৰ মটৰতে উঠি যাম, যাতে তুমি পলাব নোৱাৰা। আহ, নেৰিয়া…” বুলি তেওঁ নেৰিয়াৰ হাতত ধৰি খোজ ললে।

কিবা এটা অজানিত আৰু অনাগত আশঙ্কাত মোৰ অন্তৰখনে জিকাৰ মাৰি উঠি মূৰৰ পৰা ভৰিলৈকে সিৰসিৰাই গ’ল। নেৰিয়াই অথনি ‘সাংঘাতিক’ বুলি কোৱা কথাটো মনত পৰি চকুৱে জোনাকিপৰুৱা দেখিলো। মোৰ মাতটোৱে যেন পলাই পেটত সোমাইছিলগৈ। তাক জোৰ কৰি টানি উলিয়াই উচ্চাৰণ কৰিলো, “নাওমান ৰ’বচোন, কথা এষাৰ…” মোৰ নিজৰ মাতটো নিজৰ কাণতে নিচলা যেন লাগিল।

মোৰ কথাৰ মাজতে তেওঁ বীৰ-ৰসেৰে কৈ গ’ল, “নৰওঁ। তুমি মনে মনে বহি থাকা। ছোৱালীহঁতৰ সৈতে কথা পাতা, চাহ খোৱা। মই টেলিগ্ৰামখন

আগত থাকি পঠোৱাই দি তাৰপিছত উভতি আহি ওৰে ৰাতি তোমাৰ কথা শুনি থাকিম।" ইয়াকে কৈ তেওঁ নেৰিয়াক প্ৰায় জোৰ কৰি টানিলৈ ওলাই গ'ল।

মোৰ বুকুৰ ভিতৰত ধুমুহাৰ ঢৌৱে যেন থৌকিবাথৌ লগালে। সাধুৰ মতলব অসাধু বুলি বুজিবলৈ সমূলি বাকী নাথাকিল। জালচাজি কৰিবলৈ আহি এতিয়া নিজেই জালত পৰিলো বুলি বাৰুকৈ গম পালো। বিনা মেহনতে মুনাফা খোৱাৰ মতলব তো বৰবাদ হ'লেই, তাৰ উপৰিও হৃতশ্ৰীহৃতী দিলদৰিয়া দালালৰ তাবেদাৰ বুধিয়ক বাওনা বেকুব বনি গলো। এতিয়া উপায়… ?

খৰালিৰ সপ্তস্থিতিৰ দৰে বৈ থকা সপ্ত-ভগ্নীৰ উল্লাসৰ সোঁত হঠাতে বাৰিষাৰ লুইতৰ দৰে কোঁ-কোৱাই বাঢ়ি বা'-মাৰলীয়ে বাঁহপাত ঘূৰাই ঘূৰাই উৰাই নিয়াৰ দৰে খুদমান বাওনাক উৰাই নিবলৈ উপক্ৰম কৰিলে! তাইহঁতে মোৰ সোঁৱে-বাৱেঁ-সমূখে বহি মজলিচ্ পাতি আনন্দ-উলাহ, হাঁহি-খিকিন্দালি, গুণগুণনি-ভুণভুণনিৰ তৰঙ্গ তুলিলে।

সাধুৰ মনত অসাধু মতলব থকা বুলি দৰিয়াপ কৰিব পাৰি মোৰ কণমান কলিজাটোত কঁপনিৰ অনুভৱ কৰিছিলো যদিও মই মনতে টিপিটাপি চাই স্থিৰ কৰিলো যে বিপদ আহিব বুলি আগৰ পৰাই ভয়তে পেপুৱা লাগি নাথাকি সময়ৰ শৰ সময়ৰ মূৰত তপতে তপতে প্ৰতিৰোধ কৰিব পৰাটোহে বুদ্ধিবানৰ কাম। হেন জানি উপস্থিত ক্ষেত্ৰত মজলিছত যোগ দি সাত-স্থিতিৰ মছকৰাৰ সোঁতত টগৰ বগৰ কৰি ৰগৰ কৰাই ভাল হব।

নেৰিয়াবামে তাৰ মুখৰ বিমানেৰে মোক বিলাতৰ পৰা লাটচাহাবৰ খুৰশালীয়েক কৰি অনা চলক-ভলক কথা শুনাৰ পৰাই মোৰ প্ৰতি সাধুকন্যা সকলৰ মনৰ ধাৰণাই যে উন্টা ৰূপ লৈছিল তাক তাইহঁতৰ কথাতে তং কৰিব পাৰি অমুকাৰ মনটোৱে ৰ'দত শুকাই বতাহত উৰি যোৱা তুলা যেন পাতলহৈ আকাশলৈ উৰা মাৰিব খুজিলে। কিয়নো তাইহঁতে চাগৈ মোৰ চাৰে চাৰি-ফুটীয়া বাওনাকৃতিটো দেখি মোক নন্দন শাহুৰ নাবালক ভায়েক বুলি মনতে সিদ্ধান্ত কৰি লৈ 'দেহি ঐ পুতৌ' ভাৱেৰে ইমান সময়লৈ ব্যৱহাৰ কৰিছিল। এতিয়া হয়তো তাইহঁতে ভাবিছে যে অমুকা উই-হাফলু নহয় — হাতীযূৰা পাহাৰহে।

গঙ্গা-যমুনাই গৰম চাহ খুৱাই মোৰ মনটো নৰম কৰি খাচ্-দখল কৰা বুলি

ভাবিছিল হবলা ; কিয়নো তায়েই প্ৰথমে অভিযোগ কৰিলে, "মিঃ নগৰীয়া, আপুনি অতপৰে আচল পৰিচয় নিদি কেলেই আমাক লাজত পেলালে কওকচোন ?"

মই চিগাৰেট এটা উলিয়াই হাতত লৈ উত্তৰ দিলো, "উপযাচি দিয়া বস্তুৰ কদৰ নাই বুলি পণ্ডিতসকলে আটাহ পাৰি কৈ গৈছে বুলি কেতিয়াও শুনা নাই নেকি মিচ্ সাধু ?"

"অ' আই, মোৰ নাম বন্দনী। আপুনি মোক বন্দনী বুলি মাতিব পাৰে।" তাই ক'লে।

"তথাস্তু বন্দনী দেৱী।" মই কলো।

"বন্দনীয়ে সুধিলে, "কি আটাহ পাৰিছিল নকলে দেখোন, মিঃ নগৰীয়া ?"

মই উত্তৰ দিলো, "পণ্ডিতসকলে আটাহ্ পাৰি কৈ গৈছে, বোলে মাতিলে ৰণলৈও যাবি, নামাতিলে ভোজ খাবলৈও নাযাবি।" বুলি আটাইৰে মুখৰ ওপৰত চকু ফুৰাই আকৌ কলো, "তদুপৰি ইয়ালৈ মই আহিছো, লোকৰ জোৰণ দিবলৈহে — নিজক জাহিৰ কৰিবলৈ অহা নাই।"

জীয়াভৰলীয়ে গোমোথা মুখেৰে ক'লে, "পিছে জাহিৰ নকৰাকৈ থাকিব পাৰিলে জানো ? যি নহওক, এই বন্দনীজনীয়ে উপযাচি নিজৰ নাম জাহিৰ কৰিলে যদিও আমি বাকীবিলাকে কেতিয়াও আমাৰ পৰিচয় নিদিওঁ, জানিব।"

মুখত লোৱা চিগাৰেটটো হাতত লৈ মই কলো, "পৰিচয় মই জানোৱেই, আটাইকেজনী সাধু-ছোৱালী। হয়নে নহয় বাৰু ?"

লাহবিলাহৰ পাকে মুখখন পাকমাৰি সুধিলে, "বোলো মিঃ নগৰীয়া, সাধুৰ ঘৰত সাধু-ছোৱালী নাথাকি অসাধু-ছোৱালী থাকিবনে ? সেইকথা জানিবলৈ বিলাতলৈ যাব নালাগে দিয়ক। যদি আমাৰ নামবোৰ কব পাৰিলেহেঁতেন তেতিয়াহে বুধিয়ক বোলাব পাৰিলে হেঁতেন।"

অমুকাৰ মালুম হ'ল যে এইজনীয়ে পাকলগাই কথা কোৱাত পৈণত। এইৰ প্ৰশ্নৰ কিবা ফিকিৰ কৰি জবাব নিদিলে নিশ্চয় বেকাইদাত পৰি বেকুৰ বনি যোৱাৰ ভয় আছে। হেনজানি অমুকাই হাতৰ চিগাৰেটটো ততালিকে জলাই এহোপা মাৰিলো। সেই সময়তে বুদ্ধি এটাই উক দিলে — ইতিপূৰ্ব্বে ফণিনী আৰু কাহিনীৰ নাম, আকৌ সম্প্ৰতি বন্দনীৰ নাম মালুম হোৱাত অমুকাই মনতে দৰিয়াপ কৰিলো যে সদাশিৱ সাধুৰ চমুচা ছোৱালীৰ নামৰ

শেষাঙ্কৰ জ্যামিতিৰ স্বতঃসিদ্ধমতে নিশ্চয় 'নী' হব লাগিব। এই সজবুদ্ধি লাভ কৰি গহীন ভাবেৰে কলো, "পিছে বিপদ এটা হল নহয় মিচ্ সাধু, তাৰমানে কৰবাৰ আলেকৰ পালেক এজনে আহি হঠাতে উলামুলাকৈ অচিনাকী মহিলা কিছুমানৰ নাম কাঢ়িব ধৰিলে যদি খঙতে তেৰাসৱৰ মুখবোৰ ওফন্দি পিঠাগলা হয়?"

ততালিকে বৰ আগ্ৰহেৰে প্ৰায় আটাইকেখন মুখেৰে পেঁপা বজালে, "খং, কেলেই কৰিম? খং নকৰো দিয়ক, সোনকালে কওক, মিঃ নগৰীয়া।"

মই কলো, "বেছ, শুনক তেন্তে— ফণিনী, কাহিনী বাহিনী, বন্দনী বান্ধনী, নাচনী, পাচনী, হস্তিনী, শাখিনী আৰুনো কতনী-কি-ই-নী··· "

খিল্‌খিল্-ঘেকৃঘেক্-হিঃ হিঃ হিঃ — হাঁহিৰ তৰঙ্গ তুলি আটাইমথাই নানান আৱাজেৰে কোঠাৰ আবহাৱা গৰম কৰি তুলিলে। হাঁহি থামিলত লাহবিলাহৰ-পাকেই আকৌ ক'লে, "এৰা, আপুনি বসব থালি দেখিছো।"

"উঁহো" মই কলো, "থালি নহয় টেকেলি হে। থালিত পৰিলে বিপদৰ আশঙ্কা আছে।"

জীয়াভৰলীয়ে ডিঙিটো দাঙি মাত লগালে, "টেকেলিত একা?"

মই উত্তৰ দিলো, "টেকেলিত ঠিহিৰী-মিজিৰী-টেটৈৰী-মেমেৰী সকলৰ আশঙ্কা থাকিলেও আপোনাৰ দৰে জীয়াভৰলী আৰু সৌ তেওঁৰ দৰে লাহবিলাহৰ-পাক সকলৰ পক্ষে কোনো আশঙ্কা নাই।"

আটাইবিলাকে গিৰ্জ্জনি মাৰি হাঁহিলে। তাৰপিছত জীয়াভৰলীয়ে ক'লে, "অ' আই! মই হেনো জীয়াভৰলী, হিঃ হিঃ হিঃ। আপুনি নামাকৰণত ওস্তাদ-গৰ্গঋষি। পিছে শুনক, মোৰ নাম ৰঙিনী সাধুহে।"

মই কলো, "বঢ়িয়া নাম। পিছে কোনবিধ ৰঙিনী?"

"তাৰমানে?" জীয়াভৰলীয়ে সুধিলে।

মই উত্তৰ দিলো, "তাৰমানে ৰং-ৰঙিনী, ৰণ-ৰঙিনী নে ৰহস্য-ৰঙিনী?"

আকৌ হাঁহিৰ অনৈক্য-তান বাজি উঠিল। ৰঙিনীয়েও হাঁহিত গাল-মুখ-কাণ ৰঙীণ কৰি ক'লে, "সুযোগ পালে কোনো বিধতে কম নহওঁ বুলি ধৰি লব পাৰে।"

"অৰ্থাৎ" মই কলো, "যি দৰে জীয়াভৰলী সময় বুজি সোঁতৰ ধাৰা সলনি কৰে··· "

"ওঁ" তেওঁ স্বীকাৰ কৰিলে।

মিঠাহাঁহি এটা মাৰি লাহবিলাহৰপাকে সুধিলে, "মিঃ নগৰীয়া, আপুনি মোক লাহবিলাহ নাম কেলেই দিলেনো? কি লাহবিলাহ দেখিলে বাৰু? মোৰ নাম টিপনী সাধু।"

মই উত্তৰ দিলো, "শুদা লাহ-বিলাহ বুলি মই কোৱা নাই নহয়, শেষৰফালে 'পাক' বুলি শব্দ এটা আছে কিন্তু। সেইটো লগ লাগিলে 'লাহবিলাহৰপাক' নহয় জানো? পিছে এতিয়া দেখা গ'ল যে মই দিয়া নাম আৰু আপোনাৰ কোষ্ঠীৰ নাম গাখীৰ-মিঠৈ হৈ পৰিল।"

সৰু চকুযোৰ ডাঙৰকৈ মেলি টিপনীয়ে সুধিলে, "কেনেকৈ?"

মই উত্তৰ দিলো, "সেই যে তাহানি কালত আমাৰ বেউলা সতীৰ ভেলথন লাহবিলাহৰ পাকত পৰিছিল, সেই পাকটো দেখিবলৈ ওপৰত তেনেই লাহ-বিলাহি যেন দেখি কিন্তু তাৰ তলে তলে ভয়ঙ্কৰ পাক — বা'-মাৰলীৰ দৰে তাৰ ঘূৰণি।"

কাহিনীয়ে আগ্ৰহেৰে সুধিলে, "পিছে, আমাৰ টিপনীৰ নামৰ সৈতে গাখীৰ-মিঠৈ কি দেখিলে, মিঃ নগৰীয়া?"

"কি দেখিলো মানে?" মই যেন আচৰিতহৈ কলো, "এওঁৰ বাহিৰৰ লাহ-বিলাহৰ অন্তৰালত পেটে পেটে যদি জিলাপীৰ পেঁচ নহলহেঁতন আৰু টিপি টিপি কথা যদি নকলেহেঁতেন তেনেহলে মাক-দেউতাকে টিপনী নাম কেলেই ৰাখিব?"

চাৰিজনীয়ে হাত চপৰিয়াই হাঁহিলে। কোনোবাই ক'লে, "ঠিক, ঠিক, মিঃ নগৰীয়া, আচল কথা কৈছে।"

টিপনীৰ নাৰ্ভে ধৰ্মঘট কৰিলে। গাল আৰু কঁপালৰ সিৰত নীল বৰনীয়া শোণিত প্ৰবাহ দেখা গ'ল।

প্ৰথম দলত অহা প্ৰথমাই দীঘল সুৰ লগাই ক'লে, "হেৰি মিঃ নগৰীয়া, আপুনি আমাৰ নতুনকৈ নামকৰণ নকৰিলেও হব। মই সকলোৰে নাম কৈ যাওঁ শুনক··· "

তাইৰ কথাত বাধা দি মই কলো, "মই নাম নাৰাখিলে ততালিকে চিনি পাম কেনেকৈ?"

কাহিনীয়ে ক'লে, "লিখি লওক।"

মই জেপৰপৰা দিলদৰিয়াই দিয়া নোটবহী-পেঞ্চিল উলিয়াই লৈ কলো, "ভাল বুদ্ধি দিলে। বেছ, মই লিখি লওঁহক। পিছে মোক সাত টুকুৰা কাকত আনি দিয়কচোন অনুগ্ৰহ কৰি।"

বন্দনীয়ে সুধিলে, "কাকত কেলেই ?"

"কাকত, মানে" মই গহীন ভাবেৰে উত্তৰ দিলো, "কাকতত নাম লিখি লেবেল লগাই দিলে মাতিবলৈ উজু হব আৰু ভুল হোৱাৰ সম্ভাৱনা সমূলি নাথাকে।"

প্ৰথমাই ওঠদুটাৰে অৱজ্ঞাৰ ভঙ্গী এটা কৰি ক'লে, "এ-হ্, বুদ্ধিৰ ফোপোলা চুঙাটো এতিয়াহে দেখুৱাই দিলে। বোলো মিষ্টাৰ নগৰীয়া, নাজানে যদি কওঁ শুনক— আমাৰ একুৰিৰ পৰা ইয়ালৈ আধাও অহা নাই। আধাআধি অহা হলেও দেখোন আপোনাৰ ফালে··· "

মই জোৰা লগাই দিলো, "আধ্যায়েই পৰিলহেঁতেন। পিছে বাকী বিলাকে :না কেলেই দৰ্শন দিয়া নাই, টঁাণনী দেৱী ?"

সকলোৱে হাঁহিলে। দুজনীয়ে টঁাণনী বুলি মাতি জোকালে। টঁাণনীয়ে গাৰ পিচলিপৰা চাদৰ খন টানিলৈ ক'লে, "মই টঁাণনী নহওঁ, বিননীহে।" তাইৰ মুখ গোমোথা।

মই কলো, "একে কথায়েই হ'ল দিয়ক। কওঁ শুনক, ওস্তাদ চৱে বেহেলাত যেতিয়া আলাপ নে প্ৰলাপ কৰে তাৰমানে সুৰ ভাঁজে বা টানে অথবা বিলাপ কৰে তেতিয়া তাক টঁাননী নাইবা বিননী নকয় জানো ?"

বিননীয়ে গোদগোদাই কিবা উচ্চাৰণ কৰিলে। মই ভালকৈ বুজিব নোৱাৰিলো যদিও লগৰীবোৰে হাঁহি দিলে। তাইহঁতৰ ফালে আওকান কৰি মই চিগাৰেট এটা উলিয়াই জ্বলাই লৈ তলমূৰকৈ হুপিব ধৰা দেখি বিননীৰ কাষতে বহাজনীয়ে ক'লে, "খং কৰিব নালাগে দিয়ক। এই তো আপোনাক গালি পৰা নাই।"

মই কলো, "গালি পৰা হলে ভালেই আছিল, মানে অলপ ৰস যোগাৰ হ'ল হেঁতেন। নাপাৰিলে কাৰণেহে চিগাৰেট হুপি অলপ ৰস গোটাই লব খুজিছো। যি নহওক, সৌ তেওঁ যেতিয়া মোক বুদ্ধিৰ ফোপোলা চুঙা বুলিহে কলে তেনে ক্ষেত্ৰত কাকত নোখোজো বাৰু। এতিয়া প্ৰত্যেকে নিজৰ নিজৰ নাম কৈ যাওক, মই লিখি লওঁ।"

এফালৰ পৰা প্ৰত্যেকে আগ্ৰহেৰে নিজ নিজ নাম উচ্চাৰণ কৰি গ'ল লগে লগে মই লিখি ললো— ৰঙিনী, বিননী, বন্দনী, টিপনী, কাহিনী, দলনী, বাহিনী। মোৰ নামকৰণ মতে প্ৰত্যেক নামৰ তলে তলে মই লিখি ৰাখিলো —জীয়াভৰলী, টাঁগনী, গঙ্গা-যমুনা, লাহবিলাহৰপাক, নীলাচল, হেলিকোপ্টাৰ আৰু নাচনী। কিবা বচন এফাকি মনত পৰাত ভাবিলো— সপ্তকন্যা স্মৰেন্নিত্যং মহাপাতকনাশনম্।

সেই সময়তে মাস্তলৰ পাছে পাছে যিজনী ধুনীয়া গাভৰু সোমাই আহিল, তাইক দেখিয়েই মই বুজিলো যে এইজনীয়েই দামিনী — নন্দন শাহুলৈ জোৰণ পিন্ধোৱা কইনা। মাকে নাকী সুৰেৰে টেঁটটেঁটালে যে, এইজনীয়েই দামিনী অৰ্থাৎ পূৰা নাম সৌদামিনী।

এৰা অমুকাই বাৰুকৈ চমজিলো যে সৌদামিনী নামটো সাধু দম্পতিয়ে অৰ্বাবত দিয়া নাছিল। মই হোৱা হলে বিজুলীলতা বা বিদ্যুৎ প্ৰভা আদি কিবা সুৰলা তৰপৰ শব্দৰ কথাহে ভাবিলোহেঁতেন।

মাকৰ মুখৰ পৰা ওলোৱা 'দামিনী' শব্দটোৱে গুলিৰ দৰে চিধাই মোৰ পেটলৈ সোমাই যোৱাত, পকা তেলত পানী পৰি চৰ্‌চৰাই উঠাৰ দৰে, মোৰ পেটৰ ভিতৰত ফৰ্‌ফৰাই উঠিল। মই ভাবিলো যে, এনেহেন ৰূপত তিৰ্‌বিৰোৱা ৰূপহী গাভৰু জনীৰ সৌদামিনী নামৰ 'সৌ'টো কাটি নিষ্ঠুৰ ভাবে অপকৰ্ম্ম আৰু নিদাৰুণ ভাবে অধৰ্ম্ম, এই উভয়বিধকে কৰিছে। অমুকাই কচম নোখোৱাকৈ কব পাৰো যে এই মাক-বাপেক ৰসিক তো নহয়েই, অৰসিকো নহয় — একদম্ বদ্‌ৰসিক। আকৌ আজি এইৰ হৰখোজা বিয়াখন নোহোৱা কৰি দি যিহে অন্যায় কৰ্ম্ম কৰিলে তাৰ বিশেষণ মই বিচাৰি পোৱা নাই।

সৌদামিনীয়ে মোৰ প্ৰতি কেৰচকুৰে নজৰ মাৰিলে অৰ্থাৎ শুভ বা অশুভ, অৰ্থপূৰ্ণ বা নিৰৰ্থক, তিতা বা মিঠা তেনে কিবা এবিধ দৃষ্টি কৰিলে — যাক দেখি মোৰ বুকুৰ ভিতৰত কাৰৈমাছে ধৰ্‌ফৰোৱা যেন লাগিল। মই নিজৰ মনতে নজীৰ এটা খাৰা কৰিলো যে, বিয়াখন নাকচ কৰি দিবলৈ এই নিশ্চয় নাৰাজ আছিল। তাকে ঠাৰৰ কৰি সাধু-সাধুৰনীৰ প্ৰতি মোৰ মনটো টেঙাহৈ উঠিল। উগাৰত টেঙাপানী ওলোৱাৰ নিচিনা ক'ৰবাত শুনা শ্লোকৰ টুকুৰা এটা — মাটি ফুটি ওলোৱা অঙ্কুৰৰ দৰে — ততালিকে মোৰ মনলৈ

আহিল— "মাতাশত্ৰু, পিতাবৈৰী:···।" মই মনতে মোকাবিলা কৰি স্থিৰ কৰিলো যে অকল দামিনীৰ মাক-বাপেকেই নহয়, নন্দন শাহুৰ বাপেকো ইয়াতকৈ এখোপ চৰাহে — তাৰমানে দুৰ্ঘোৰ বৈৰী। কিয়নো বিজুলীৰ দৰে এনেহেন বোৱাৰীয়েক এজনী ঘৰলৈ নিয়া হলে তেওঁৰ নন্দনৰ জীৱন নদন বদন হোৱাৰ উপৰিও তেওঁৰ ঘৰৰ জেউতি বাৰুকৈ বাঢ়িলেহেঁতেন।

আনপিনে, বিয়াখনত মই নাৰদ লগাই নাকচ কৰি দিয়া বাবে মোৰ মনটোৱে গুজৰি-গুমৰি উঠিল। কিন্তু তপতে তপতে ইয়াদ আহিল যে মই দিলদৰিয়া দালালৰ নিমখৰ নোকৰ। মোৰ থংটোৱে তেতিয়াই জুইৰ ফিৰিঙটিৰ দৰে চিটিকি কমল শাহুৰ মূৰত পৰিলগৈ। তেওঁ সমুখত থকা হলে — মূৰত বেল পৰা মানুহৰ দৰে — নিশ্চয় তেওঁৰ মূৰটো, ভলুকাবাঁহৰ আগলি হলাৰ দৰে, চাপৰি আহি খুদমান বাওনাৰ সমান হলহেঁতেন। পিছে উপস্থিত ক্ষেত্ৰত উপায়ান্তৰহে এবাৰ ভাবিলো যে, তাহানিৰ চিত্ৰলেখা দেৱীৰ দৰা চুৰি কৰা মন্ত্ৰটো জনা হলে নিশ্চয় অমুকাই এতিয়াই উৰি গৈ নন্দনক পলুৱাই আনি ইয়াতে হাজিৰ কৰিলোহেঁতেন। মনটোৱে এবাৰ শোণিতপুৰৰ পৰা পাক এটা মাৰি আহিলগৈ কিন্তু বানৰজা বা চিত্ৰলেখা দূৰতে থাকক, তেৰাসবৰ কোনো বংশ পৰিয়ালৰ সৈতেও মুলাকাত নহল। সৌদামিনীৰ মুখলৈ চাই দুখতে মোৰ অন্তৰখন মাঘবিহুৰ উৰুকাৰ দিনা লুইতৰ বালিত বহি বৰফ-চৰপৎ গিলাৰ দৰে তেনেই চেঁচা পৰি গ'ল।

জীয়াভৰলীৰ কাণে কাণে কিবা ফুচ্‌ফুচাই উঠি মাকে দামিনীৰ সৈতে উভতি গ'ল।

অভিমন্যুক সপ্তৰথীয়ে বেঢ়ি ধৰি শৰ-নিক্ষেপ কৰাদি সপ্ত-সাধুকন্যাই সহায়-হীন নিনাও নগৰীয়াক বাক্য-বাণ প্ৰহাৰ কৰি নগুৰ-নাগতি কৰিবলৈ ধৰিলে। তাহানি পিতামহ ভীষ্মক অকল এজন বীৰেই শৰশয্যাত শুৱাইছিল, তাকে ভাবি মনত আশঙ্কা হ'ল যে আজি খুদমান নিনাওৰ নাৱ সাত-সুঁতিৰ কোবাল সোঁতত উটিগৈ কোনোবা মহাসাগৰত পৰিবগৈ। দামিনীৰ দুখতে দুখীহৈ মগজুটো কিবা গোলমলীয়াহৈ পৰি মহাবীৰ কৰ্ণৰ দৰে সময়ৰ শৰ পাহৰি গলো হবলা। তাইহঁতৰ চোকাবাণৰ আঘাতত ঘাইল নোহোৱাকৈ পৈতৃক সম্পত্তিটো লৈ পলাই যোৱাৰ উপায়কে ভাবিছো·:

হঠাতে শৰ কাণেদি সোমাই হিয়াত খুন্দা মাৰিলে— বিননীয়ে বিনাইছে,

“কি মাতিব আৰু ? ৰসব টেকেলিৰ ৰস শুকাই নীৰস হ’ল।” টিপনীয়ে তাতে টিপ্পনী দিছে, “এৰা একেবাৰে যেন তপত তেলত দিয়া শুকান তেজপাত-টিহে।” ৰঙিনীয়ে ফোৰণ দিছে, “নহয় অ’ যেন বা’-মাৰলীত ঘৃৰা বাঁহপাতহে!” বন্দনীয়ে বন্দনা কৰিছে, “প্ৰণমামি শিৰং শিৰ কল্পতৰুং।” এনেতে বাহিনীয়ে বিয়াৰ গীত লগালে, “ৰাম ৰাম ক’তে আছিলা ?” দলনীয়ে জোৰা লগালে, “ৰাম ৰাম বাওনা বপুৰা…” কাহিনীয়ে শেষ কৰিলে, “ৰাম ৰাম দামিনীৰ দেৱতা হইএ… ”

মই প্ৰমাদ গণিলো। এতিয়া বুজিলো, সাধুৱনীয়ে জীয়াভৰলীৰ কাণে কাণে কি অসাধু মন্ত্ৰ দি গ’ল। দামিনীক মোৰ সমুখলৈ আনি শুভদৃষ্টি কৰোৱাৰ ফিকিৰো অমুকাৰ দস্তুৰ মাফিক মালুম হ’ল। সম্প্ৰতি তাইহঁতৰ ৰবমুখবোৰত সময়মতে চুঙা চাই সোপা দিব নোৱাৰিলে আজি কথাচহকী নিনাওৰ নাৱ গৰুখোজৰ পানীতে ডুবিব নিশ্চয়। আটাইমখাৰ খিচনি শুনি মোৰ মনটোৱে তুঁহৰ জুইত সুমাই থোৱা লোহাৰ দৰে ৰঙাহৈ উঠিছিল, আৰু তাৰফলতে হবলা গাটো— কুমলীয়া তামোল জুতি কৰি চোবোৱাৰ পিছত গৰম হোৱাৰ দৰে — মুৰৰপৰা ভৰিলৈ জমজমাই, ৰমৰমাই নে গমগমাই, তেনেকুৱা কিবা এবিধ হৈ গৈছিল।

টিপনীয়ে পুনৰাই টিপা মাৰিলে, “বোলো বোবা হ’ল নেকি দেওহে ?”

আৰু নামাতিলে ৰক্ষা নাই। টপৰাই উত্তৰ দিলো, “ওঁহো।”

ৰঙিনীয়ে — জীয়াভৰলীয়ে ফেনে-ফোটোকাৰে :আহি মথাউৰি ভঙাৰ দৰে — খিল্‌খিল্‌কৈ হাঁহিৰ আৱাজ তুলি তপত তেলত দিয়া কেঁচা পিয়াজৰ দৰে ফোৰণ দিলে, “তেনেহলে ব’দত থোৱা কুঁহিপাতৰ দৰে ন-জোৱান বীৰপুৰুষে তলমুৰকৈ কাৰ চিন্তাত নো কাহিলহৈ পৰিল ?”

তাইৰ শৰপাতে আচম্বিতে মোৰ মুৰটো ওপৰমুৱা কৰি দিলে। তাই-হঁতৰ মুখলৈ চালো। কিহৰাই মোৰ চকুত যেন খোচ মাৰিহে দিলে — আৰকাঁহা! মোৰ বুদ্ধিটোৱে — ৰবমুণ পাই জীপধৰা কঠীয়াৰ দৰে — তৎকালে পোনহৈ উঠিল। গহীন মাতেৰে মই কলো, “গৱেষণা কৰিছো।”

বিননীয়ে নাকীসুৰেৰে বীণা বজালে, “কিহৰ গৱেষণা মিষ্টাৰ নগৰীয়া ?”

মই সাতোজনীৰ মুখত চকু ফুৰাই বেহৰূপ চাই সুধিলো, “কবিতা, গবিতা নে গানেৰে গাম ?”

আটাইমখাই কোৰ্হাল কৰি উঠিল, "গান, গান···গানেৰে···উ-ন্না, গান জানে বুলি ইমান সময়লৈ··· "

সিবিলাকৰ কথাত বাধা দি মই গম্ভীৰ ভাবেৰে আৰম্ভ কৰিলো, "সপ্ত স্বৰে বাজে ধাম্-ধুম্-ঢে-ৰে-কে-টে-ধা··· "

সপ্ত ভগ্নীয়ে উল্লাসেৰে হাত চাপৰি মাৰিলে। কাবোফালে নোচোৱাকৈ মই আপোনমনেৰে টেবিলত এটা আঙুলিৰে তাল ৰাখি গাবলৈ ধৰিলো— ( ঢিমা তেতালা )

"সপ্ত স্বৰে বাজে ধাম্-ধুম্-ঢেৰেকেটে-ধা।
উদাৰাত বাজে লেখী পট্‌পট্-ফট্‌ফট্-ফাট,
মুদাৰাত মৰে ভেকুৰা গট্‌গট্-মট্‌মট্-মাট্,
তা-ৰা-তে টানি বীৰ্‌হা-
নখে চেপি ফট্‌কা মাৰে বোমাফুটে বাঃ···
সপ্তস্বৰে বাজে ধাম্‌ধুম্-ঢেৰেকেটে ধা ॥"

হাঁহি মাৰি কুইনাইন মিক্সাৰ গিলাৰ পিছত মানুহৰ মুখে যিৰূপ লয় জীয়াভৰলীৰ মুখৰ ৰূপ বিলকুল সেইলেখীয়া হৈ পৰিল। সফেন সৌত নাইকীয়াহৈ ৰঙিনী গুচি খঙিনী হৈ পৰিল। টিপনী অৰ্থাৎ লাহবিলাহৰ পাকৰ মুখখন — এৱাঁ সূতা পকাই পানীত পেলালে পাকবোৰ ঢিলাহৈ ফিকি উঠাৰ দৰে — ওফন্দি উঠিল। মই মনতে হুমিয়ালো— আকৌ টিপ্পনী নিদিয়ানে টিপনী ? নাচনী অৰ্থাৎ বাহিনীৰ দেওধাই নৃত্যম্ খতমহৈ যেন দেওধনী ডকতহে পৰিল। তাইৰ ধুনীয়া মুখখনৰ শেতাপৰা অৱস্থা দেখি মই মনতে উচ্চাৰণ কৰিলো, "আয়ে দেহি ! পুতৌ !"

ইহঁত তিনিজনীয়ে লাজ পোৱাৰ কাৰণ এই যে ৰঙিনীয়ে 'হৰ্চটেইল পেটাৰ্ণ', টিপনীয়ে 'জাপি পেটাৰ্ণ' আৰু বাহিনীয়ে 'ৰৰাগিনী পেটাৰ্ণ' কৰি সজাই ৰখা নিজ নিজ চুলিত একোখন হাতেৰে প্ৰায় সদায় ওকনি বিচাৰিছিল আৰু মাজে সময়ে দুই এটা ধৰি আনিব পাৰিলে নখেৰে চেপি বধ কৰিছিল। প্ৰথমে ৰঙিনীয়ে ৰণভঙ্গ দিলে। তাই বহাৰ পৰা একেজাপে উঠি খেলনাৰ-গতিৰে পোনেই পৰ্দ্দাৰ ভিতৰ সোমালগৈ। দ্বিতীয়তে টিপনীয়ে উঠি মোৰ ফালে পাছমুখ কৰি আন কেজনীৰ পাছেৰে সাউৎ-কৰে পলাল। তাৰ পিছত

বাহিনীয়ে কাহিনীৰ কাণে কাণে কিবা এষাৰ কৈ চকুৰে মোৰ প্ৰতি বিষালবাণ নিক্ষেপ কৰি ৰাজহংস গতিৰে পৰ্দ্দাৰ ভিতৰ সোমালগৈ।

মজলিছত উপস্থিত থকা চাৰিজনীয়ে যে অন্তৰত আমোদ পাইছে, সেইকথা তাইহঁতৰ মুখৰ মিচিক্-মাচাক্ হাঁহিয়েই অমুকাক বাৰুকৈ চমজাই দিলে। পলৰীহঁতৰ ভৰিৰ আৱাজ মুগুনা হোৱাত বিননীয়ে ক'লে, "আপুনি চুঙাচাই সোপা দিয়াত ওস্তাদ, মিঃ নগৰীয়া।"

"ওঁহো" মই কলো, "চুঙা চাই নহল, চুঙাতকৈ সোপা ডাঙৰ হ'ল বুলিহে মোৰ মালুম হৈছে।"

গঙ্গা-যমুনাই টিকনী দুডাল জোকাৰি বন্দনা কৰিলে, "আপোনাৰ ইমান বুদ্ধি... "

তাইৰ কথাত বাধা দি মই কলো, "ওঁহো বেঠিক হ'ল। কিয়নো আমাৰ ভেঙ্কাচাৰ্য্য স্যাৰে ইয়াৰ ওলোটা বুলি কৈ ক্লাছত সদায় হাঁহকণী খুৱাইছিল।"

চাৰিওজনীয়ে হাঁহিলে। তাৰপিছত নীলাচল অৰ্থাৎ কাহিনীয়ে ক'লে, "নহয় মিষ্টাৰ নগৰীয়া, ভেঙ্কাচাৰ্য্যই নো হাঁহকনী কৰপৰা উলিয়াব ? কণী খুৱাইছিল যদি ভেকুলী কনীহে খুৱাইছিল।"

মই আচৰিতহে তাইৰ মুখলৈ চালো। এৰা, তাইৰ কথাহে ঠিক। পেটে পেটে তাইৰ বুদ্ধিৰ তাৰিফ কৰিলো। এইবাৰ হেলিকোপ্টাৰ মানে দলনীয়ে মাত লগালে, "মই কওঁ শুনক মিষ্টাৰ নগৰীয়া, আমাৰ সেই তিনিজনীৰ মূৰত যিমানখিনি ওকনি আছে, গোটেই শিলঘাট চহৰখনৰ ওকনি লগ কৰিলেও নিশ্চয় ইয়াতকৈ কম হব যেন লাগে। ইহঁত তিনিজনীয়ে বেণী গঁথাৰ কথাকে নকওঁ, খোপা বান্ধিবও নোৱাৰে। আপুনি জানে ? ইহঁত তিনিয়ে টোপনিতে হাতেৰে ওকনি টানে। চুলিতকৈ ইহঁতৰ ওকনি বেছি। ইহঁতৰ লগত কি যে কৰা যায়... "

মই মাত লগালো, "বৰ ভাগ্যৰ কথাহে দেখোন।"

চাৰিওজনীয়ে চেলাউৰিবোৰ প্ৰশ্নবোধক চিনৰ দৰে কৰি মোৰ মুখলৈ চালে। বিননীয়ে সুধিলে, "কি ভাগ্যৰ কথা দেখিলে মিঃ নগৰীয়া ?"

মই চিগাৰেটৰ ধোঁৱাবোৰ চিলিঙলৈ উৰুৱাই দি গম্ভীৰ ভাবেৰে উত্তৰ দিলো, "বুজা নাই যদি কওঁ শুনক, সেই যে কিবা এটা 'ফিছ-হাৰী' নে 'ফিছ-অৰি' আৰু এটা 'মিৰ-গয়া-বন' নে 'মাংস-হাৰী-কানন' বুলি নতুন উদ্যোগ

ছুটা খোলাৰ পৰা দেশত মাছ-মাংসৰ হৰলোক হৈছে সেই কথা শুনা নাই জানো ?"

"আকৌ সুধিছেনে ?" কাহিনীয়ে ক'লে, "মাছ-মাংস খোৱা দূৰৰ কথা চকুৰে নেদেখা দিন পৰিছেহি নহয়।"

মই চিগাৰেটত দীঘলকৈ এহোপা লগাই কলো, "এতেকে আমি সকলোৱে পোলট্ৰি-ফাৰ্ম খোলা উচিত। আৰু তাৰবাবে বিনা মূলধন আৰু বিনা পৰিশ্ৰমতে নিজৰ মূৰে মূৰে ওকনি পুহি…" মোৰ কথা শেষ হবলৈ নাপালে।

চাৰিওজনীয়ে গিৰ্জ্জনি মাৰি হাঁহি দিলে। মই নিৰ্ব্বিকাৰ ভাবেৰে চিগাৰেট হুপিবলৈ ধৰিলো। সেই সময়তে বাহিৰত মটৰ ৰখোৱা শব্দ শুনি চাৰিওজনীয়ে ততালিকে হাঁহি সামৰি, চকুমুখ আঁচলেৰে মচি — নিৰ্ব্বাত-নিষ্কম্প তাৰমানে বা-বতাহ আৰু কঁপনি-বিহীন বতৰৰ দৰে — থমথমীয়া ভাও ধৰি নিৰ্জ্জ ছোৱালীহৈ পৰিল।

## দহ

সদাশিৱৰ পাছে পাছে নন্দীৰূপী নেৰিয়াৰাম সোমাই আহি দূৰত থিয়হৈ তাৰ কায়দা-মাফিক চালাম কৰি মুখেৰে ক'লে, "গুডিভিনিং হুজুৰ।"

মই গম্ভীৰ মাতেৰে কলো, "ইউ বোয়, ডেম্-ফুল, ইমান পলম কৰি আহিছ ? বল এতিয়া আমি উভতি যামগৈ।"

তাক উত্তৰ দিবলৈ সময় নিদি সাধুৱে সাধুভাষাৰে কলে, "উত্ৰাৱল হৈছা কেলেই মইনা ? ভাত-পানী মুখুৱাকৈ আলহীক ঘৰৰপৰা যাব দিয়া নিয়ম জানো আছে ?" বুলি ছোৱালী হঁতলৈ চাই ক'লে, "তহঁত ভিতৰলৈ যাগৈ।"

চাৰিওজনীয়ে উঠি ততালিকে ভিতৰ সোমাই যোৱাত সাধুৱে মোৰ সমুখৰ ফালে বহি লৈ ক'লে, "মই অথনি তোমাক কৈছিলো নহয় বোপাই যে, নেৰিয়া মোৰ নিজৰ ল'ৰাৰ নিচিনা। সি মোৰ কথা পেলাব নোৱাৰে। এতিয়া তোমাক মই আকৌ এবাৰ কওঁ শুনা, তুমি নিশাটো আমাৰ ঘৰতে কটাব লাগিব।"

মই আপত্তি কৰিব খুজিলো, "কিন্তু… "

মোক কবলৈ নিদি তেওঁ কলে, "ৰ'বাচোন মইনা, মোৰ কথা শেষ কৰিবলৈ দিয়া। শুনা, কমল শাহুলৈ মই টেলিগ্ৰাম কৰি দি আহিলো যে নন্দনলৈ মই ছোৱালী বিয়া নিদিওঁ।"

কথাষাৰ কাণত পৰা মাত্ৰকে অমুকাৰ আনন্দ কুলাই পাচিয়ে নধৰা হ'ল। গাটো সাতখন-আঠখন অথবা তাতোকৈ কেখনমান বেছিহে লাগিল। ভিতৰখন ফুলি ফুলপাম্প কৰা ফুটবলকা মাফিক হৈ ফাটিবলগীয়া হ'ল। মই মনতে গালো, 'লাটা মাৰ দিয়া বাপেকে, খেল খতম্, পাঁচ হাজাৰ হজম—আৰকাঁহা!' কিন্তু সেই ভাৱ পেটৰ ভিতৰতে চাপাছি কৰি হঠাতে থিয়হৈ অতি আচৰিত হোৱা ভাও দেখুৱাই কলো, "ওঁহো হবই নোৱাৰে, বৰ অন্যায়… "

তেওঁ দীঘল হাত মেলি মোৰ ঘাৰত ধৰি, "বহা বোপা শুনা" বুলি কৈ মোক বহুৱাই দি ক'লে, 'হব নোৱাৰে কি ? হয়েই গ'ল। আকৌ কি অন্যায় দেখিলা ? নেৰিয়া সম্প্ৰতি তোমাৰ চাপ্ৰাছি হব পাৰে কিন্তু সি মোৰ পো। শুনিছা বোপা, কমলৰ পুতেকৰ গুণৰ কথা মই চব জানিছো। কমলে তালৈ কতো ছোৱালী নাপাই অৱশেষত ব্ৰহ্মঠগ কৰি মোৰ ছোৱালীজনীক থালত পেলাব খুজিছিল। তাৰ আপোনমানুহ কোনো এজনেও জোৰণ দিবলৈ আহিবলৈ সন্মত নোহোৱাত অৱশেষত সি বদমাচে জালচাজি কৰি কুলাঙ্গাৰ পুতেকৰ বিয়াৰ জোৰণ দিবলৈ দালাল ধৰিলে! ইয়াৰ পিছত নো আকৌ চকুত আঙুলি দি দেখুৱাই দিব লাগেনে ? বিশেষকৈ সদাশিৱ সাধুক তুমি এলাপেচা ভকত বুলি…থাওক বাক নকওঁ। পিছে বোপা শুনা, তুমি জোৰণ দিবলৈ অহাটো…"

তেওঁৰ নাৱ-মুখেৰে ওলোৱা কথাবোৰ শুনি মই ভাবিলো, ভাগ্যে মোৰ চপনীয়া গলগ্ৰহ নেৰিয়া ভাইক মই লগত আনিছিলো। ননাহলে এইদৰে বিনা মেহনতত কাম হাচিল কৰিবলৈ অমুকাইহে নালাগে মোৰ সাতপুৰুষৰ কোনোবা এগৰাকী স্বৰ্গৰ পৰা নামি আহিলেও নোৱাৰিলেহেঁতেন বুলি মই হলফ কৰি কব পাৰো। অথনি মটৰতে নেৰিয়াই সকলো ভাৰ উপযাচি লোৱাৰ পিছতো মই তাৰ ওপৰত নিৰ্ভৰ কৰি নিশ্চিন্ত হব পৰা নাছিলো বাবে মোৰ নিজৰে বেয়া লাগিল। সম্প্ৰতি সদাশিৱৰ কথাই দিলদৰিয়া দালালৰ তাবেদাৰ, খুদমান বাওনাক যেন দীঘলে দীঘলে বঢ়াইনি আকাশত লগাই

দিলে। নেৰিয়া ভাইক সাৰটি ধৰি তাৰ এঙাৰ যেন কলা গালখনত কেইটামান চুমা খাবলৈ বৰ মন গল কিন্তু সদাশিৱ সমুখতে থকা বাবে নিৰুপায়হৈ চকুৰ ঠাৰতে তাক কিবা বুজাই দিওঁ বুলি সাধুৰ মুখ-গহ্বৰৰ পৰা চকু ঘূৰাই নেৰিয়ালৈ চালো, কিন্তু কতা নেৰিয়া ? সি কোঠাৰ ভিতৰত নাই···

মই মুখ ঘূৰোৱা দেখি সাধুৱে নিমিষতে মোৰ মতলব চমজ কৰিলে যদিও তেওঁৰ আন্দাজ ঠিক নহল। তাৰমানে মই নেৰিয়ালৈ নজৰ ঘূৰোৱা দেখি তেওঁ ভাবিলে যে মই তাক ধমক দিবলৈহে তালৈ চাইছো। তেওঁ ক'লে, "নেৰিয়াক তুমি গালি পাৰিব নালাগে বোপাটি, তাৰ গাত দোষ নাই। কবলৈ হলে সি তোমাৰ নিমখ-হাৰামী কৰা নাই। কমলৰ চিঠিখন তাৰ জেপৰ পৰা ফণীয়ে নি মোক দিছিল। আকৌ নেৰিয়াক মই নন্দনৰ বিষয়ে সোধাতো কোনোকথা সি ভাঙিব খোজা নাছিল। পিছে হঠাতে দুই এটা কথা তাৰ মুখেৰে ওলাই পৰিল। নেৰিয়াৰ কথাৰ মেৰপেঁচ মই আগৰ পৰাই বুজা মানুহ। গতিকে মুখ মেলোতেই গৰ্ভ-দেখিবলৈ মোৰ সমুলি পলম নালাগিল।"

'কালৰো কাল বিষম কাল, হৰিণে চেলেকে বাঘৰ গাল।' বচন ফাকি মনত পৰি মই পেটে পেটে বৰ হাঁহিলো। মনতে ভাবিলো, — কটা নগণ্য নেৰিয়াশহাই সদাশিৱ-সিংহক ভাল পাকচক্ৰৰ কুঁৱাত পেলালে।

তেওঁ নাক আৰু থুতৰিৰ মাজৰ মুখৰূপী পথলিটোৰ মাজলৈ চিগাৰেট এটা সুমাইদি জলাব ধৰোতে সুযোগ পাই মই কলো, "আপুনি জনাবুজা মানুহহে এইটো বৰ··· "

মোৰ কথাৰ মাজতে বাধা দি তেওঁ জোৰা লগাই দিলে, "ভাল কাম কৰিলোহঁক। পিছে নগৰীয়া বোপা, তোমাক মই কব খুজিছো যে তুমি কমল শাহৰ চক্ৰান্তৰ মাজত সোমাই এই জোৰণ দিবলৈ অহাটো ভাল কাম কৰা নাই —অপৰাধৰ কাম কৰিছা। তথাপি তোমালোকৰ যেতিয়া দালালী ব্যৱসায় সেইক্ষেত্ৰত তোমাৰ অপৰাধ মই ক্ষমা কৰিম। পিছে, মোৰো এটা পৰামৰ্শ তোমাক দিবলগীয়া আছে, বুজিছা বোপা ?"

বুজিবলৈ বাকী নৰল যে তেওঁৰ পেটৰ জোলোঙাত কিবা মতলব এটাই উকমুকি লগাইছে। সি মোৰ পক্ষে সমুলি শুভ নহব বুলিয়েই মোৰ বিশ্বাস হ'ল। মই কিবা এষাৰ কোৱাৰ আগেয়ে তেৱেঁই আকৌ ক'লে, "মই তোমাক

বাককৈ বুজাই দিওঁ শুনা, নগৰীয়া বোপা, তুমি উঠি অহা ডেকা ল'বা। সাংসাৰিক অভিজ্ঞতা তোমাৰ এতিয়াও হোৱা নাই বুলি মই ভালদৰে বুজিব পাৰিছো। এতেকে তোমাৰ ভৱিষ্যৎ জীৱন যাতে মঙ্গলময় হৈ সুখ-শান্তিৰে কটাব পাৰা তাৰে বুদ্ধি মই তোমাক দিব খোজো। মোৰ সজ পৰামৰ্শ মানি চলিলে ভৱিষ্যতে তুমি এগৰাকী নামজ্বলা মানুহ হৈ পৰিবা। তাৰবাবে তুমি কোনো চিন্তা কৰিবলৈও আৱশ্যক নহব। কিয়নো সকলো ভাৰ মই লম, যি কৰিব লাগে মই কৰিম। কেউপিনে মোৰ হাত দীঘল জানিবা।"

'বাৰতে শিয়াল পথৰা।' সাধুৰ বেবনিত তেওঁৰ অসাধু উদ্দেশ্য তং কৰিবলৈ মোৰ পলম নালাগিল। পিছে তেওঁৰ মতলবটো অমুকাৰ অনুমানতে মালুম হ'ল যদিও পেটত উমনি দি ৰখা উকমুকনিটো ততালিকে উলিয়াই নিদি চালে-বেৰে কোবাবলৈ ধৰিলে। তাৰমানে এই নিমাখীত নিনাও নগৰীয়াক বৰমানুহ বনাবলৈ তেওঁৰ কথাত ফৰিং ফুটিবলৈ ধৰিলে। তাহানি ৰাৱণ ৰজাই সকলো প্ৰজাই সৌশৰীৰে স্বৰ্গলৈ যাব পৰাকৈ সোণৰ জখলা সজাবলৈ মনতে পাঙিছিল কিন্তু আজি সদাশিৱ বাবাই কথাৰ লাছতে অমুকাক পাখিলগা সোণৰ দোলাত তুলি চৰগলৈ উৰুৱাই দিলেই···

মাজে মাজে মই দুই এটা নজীৰ খাৰা কৰি সাধুৰ কথাৰ সোঁতত ভেটা দি গা এৰাবলৈ চেষ্টা চলাইছো যদিও সি বালিৰ বান্ধৰ দৰে, তেওঁৰ কথাৰ কোবাল সোঁতে চিনচাব নোহোৱা কৰি পেলায়। তাৰ ফলত মোৰ মেলা মুখ মেলায়েই থাকে। মই নিজৰ মনতে ভাবিলো যে তেওঁ হয়তো পূৰ্ব্ব জন্মত সৰস্বতী পূজাত বজোৱা লাউড-স্পীকাৰ অথবা পাণ-বিড়ীৰ দোকানত ঠুংৰি গান গোৱা ৰেডিঅ' আছিল।

তেওঁৰ কথাৰ হাতীটো মাৰি ভুৰুকাত ভৰালে তাৰ সাৰমৰ্ম্ম এয়ে হয়গৈ যে, যিহেতু মই কমল শাহুৰ কু-চক্ৰান্তত চামিলহৈ চয়তানী মতলবেৰে তেওঁৰ কন্যা দামিনীক জোৰণ পিন্ধাই তাইৰ হুৰমত বিলকুল বৰবাদ কৰিলোহি, সেই হেতুকে আইনমতে, ধৰ্ম্মমতে, দেশাচাৰ মতে আৰু তেওঁৰ কুলপ্ৰথামতে দামিনীক বিয়া কৰাবলৈ, মই, নিনাও নগৰীয়া নিশ্চয় বাধ্য। এতেকে এই বিয়াখন পৰহি হবই আৰু উভয়ৰ ইজ্জৎ বজায় ৰাখি এই বিয়াত মই দস্তুৰ মাফিক দৰাৰূপে সাজি বেহুত সাতপাক ঘূৰি তাইৰ সৈতে লগুণ গাঁঠি বান্ধিবই লাগিব। এই বান্ধৰ পৰা তেওঁ মোক ৰেহাই নিদিয়ে।

দ্বিতীয় দফা এই যে যদি মোৰ কপালত জিলিকি থকা দুয়োটা চকুৰ নজৰ নষ্ট হোৱা নাই, লাওখোলাৰ ভিতৰত মগজুটো যদি আছে আৰু বুকুৰ ভিতৰত দিল্ বোলা বস্তুটো যদি আছে তেন্তে তেওঁ জানে যে, দামিনীক নিশ্চয় মোৰ পছন্দ হৈছে। তথাপি দগাবাজি কৰি যদি কিবা অজুহাত দেখুৱাই নাইবা অপছন্দ হোৱা বুলিকৈ মই যদি মুৰসোলোকা দিবলৈ চেষ্টা কৰো তেন্তে সেই সুযোগ তেওঁ মোক নিদিয়ে। তাৰমানে তেওঁৰ দামিনীক লেখত ধৰি এক দজন কন্যা-ৰত্নৰ ভিতৰত এজনীৰ সৈতে বিবাহবন্ধনত বান্ধ খাবই লাগিব আৰু পৰহি বিয়াখন হবই লাগিব।

সাধু বাবাই বাৰজনী বোলাত অথনি কোনোবা এজনীৰ মুখে শুনামতে মই দৰিয়াপ কৰি বুজিলো যে ফণীনীয়ে মোৰ পৰা বিয়াৰ মণি পিন্ধি তাইৰ ফণা নোদোঁৱায়। তিনিজনীক পাৰ কৰিছে আৰু বাকী চাৰি নাবালিকা।

তৃতীয় দফাত ( নেৰিয়াই ফুটনিত উঁজা বেঙেনা খাই ) ক'লে যে মই বিলাতলৈ যাওঁ নাইবা ৰসাতললৈ যাওঁ — সেই কামত তেওঁ কদাপি বাধাতো নিদিয়েই বৰং সহায়হে কৰিব। আকৌ বিলাত গচকি আহিলেতো কথায়েই নাই, কনৈকো নগলেও তেওঁ মোক সাধু-টি-ইষ্টেটৰ চিৰস্থায়ী ভাবে মেনেজাৰ পাতি দিব। তদুপৰি বাগিচাৰ লাভৰ কুৰি ভাগৰ একাংশ মোৰ কপালত চিৰকলীয়াকৈ লাগি থাকিব।

চতুৰ্থ দফাত তেওঁ মোক চাফাকৈ চমজাই দিলে যে, যদিহে মই তেওঁৰ প্ৰস্তাৱত মান্তি নহৈ পলাবলৈ চেষ্টা কৰিব খোজো তেন্তে সেই আশা নেছেল। কিয়নো আগধৰিয়ে তেওঁ তদাৰক কৰি গেটত আৰু ঘৰত উপযুক্ত পহৰা মকৰল কৰি ৰাখিছে অৰ্থাৎ তেওঁৰ গুঁফীয়া দাৰোৱান আৰু তেওঁৰ তলতীয়া দুজন ডঢ়ীয়া খালাচী পহৰাত আছে। সেই তিনি জনৰ যেই সেই এজনে, দৰকাৰ দেখিলে মোক ডিঙিত ধৰি — পূজাৰী বাপুৰে টিলিঙা নচুৱাদি — নচুৱাই আনি কোঠাৰ ভিতৰত সুমাই থবলৈ সমূলি টান নহব। তাৰ উপৰিও আমাৰ মটৰখন নেৰিয়া আৰু ড্ৰাইভাৰে সৈতে আন কোনোবা ঠাইত তেওঁ লুকাই থব যাতে মই কিবা স্বৰূপে ওলাই গৈ আলিবাট পালেও মটৰত উঠি পলাব নোৱাৰো।

অৱশেষত তেওঁৰ চৰম আদেশ নৰমকৈ জাৰি কৰিলে যে, পলাবলৈ চেষ্টা নকৰি সম্প্ৰতি মই গানবাজনাৰে গুলজাৰ আৰু মজলিছ-মছকৰাৰে মেজাজ

পৰিষ্কাৰ কৰি তাৰ পিছত খানাপিনাৰে দিল্-খুচ্ কৰি, সুখসপোনত নিশাবাস কৰি কালিলৈ অধিবাসত আৰু পৰহিলৈ শুভবিবাহত বহি দামিনীক দানৰূপে গ্ৰহণ কৰিলে বেকচুৰ খালাচ হব পাৰিম।

বিচাৰকে কেতিয়াবা কেতিয়াবা একতৰফা ৰায় দিয়ে বুলি শুনিছিলোহে কিন্তু অমুকাই কাহানিও আদালতৰ চোতালত পদধূলি পেলোৱা মনত নপৰে। ইয়াকেই একতৰফা ডিক্ৰি দিয়া বোলে নেকি নাজানো। ৰায়টো শুনায়েই মোক মাতিবলৈ সুবিধা নিদি ভাবী শহুৰে ঘপ্ কৰে থিয়হৈ ততালিকে তৰতৰকৈ ভিতৰলৈ চোঁচা ললে। আঁৰকাপোৰৰ আঁৰলৈ তেওঁৰ মূৰ সোমোৱা মাত্ৰকে কিহবাত লাগি ঠাঁচ্ কৰে আৱাজ এটা উঠিল। সাধুবাবাই গালেমুখে হাত দি 'উস্' বুলি দুখোজ পিছুৱালে…

বাইজে যি ভাবিছে সি সমূলি সঁচা নহয় কিন্তু। আচল ঘটনা 'কলিশ্চন' অৰ্থাৎ ঠেকাখোৱা। তাৰমানে একে সময়তে গ্ৰীণ-ৰুমৰ পৰা মাস্তুলটোও প্ৰবেশ কৰিব ধৰিছিল। বাছৰ সৈতে ট্ৰাকে ঠেকা খোৱাৰ দৰেই দুৰ্ঘটনাটো ঘটিল। পৰ্দ্দাৰ সিফালে টেঁটনি মৰা শুনা গ'ল। তেৰাই গালে-মুখে নাইবা কপালে-চপালে ক'ৰবাত আঘাত পাইছে চাগৈ। সাধুৰ কৰ্ম্মটো কিজানি তেওঁৰ নিজৰ মনতে অসাধু কৰ্ম্মৰ দৰে লাগি, অপৰাধীৰ দৰে, হয়তো বা বেথাভৰা মনেৰে গাল পিহি পিহি তলমূৰকৈ তেওঁ ভিতৰ সোমাই গ'ল।

আন আন দহজনৰ দৰে অমুকাৰো হাঁহিটোৱে বোমা ফটাদি ফাটি আৱাজ তুলিব নোখোজা নহয় বৰং চকুৰ আগতে ঘটা এই অদ্ভূত, অশ্ৰু আৰু অৰম্য ঘটনাটো অভাৱনীয়ৰূপে দৰ্শন পাই অমুকাৰ আনন্দতে মুখমেলি আটাহ পাৰি — সিবাৰ ৺বিশ্বকৰ্ম্মাদেৱৰ প্ৰতিমাটো বিসৰ্জ্জন দিবলৈ নিওতে লৰীত তুলি ল'বাবিলাকে 'বিশ্বকৰ্ম্মা-মাইজীকী-জয়' বুলি জয়ধ্বনি দিয়াৰ দৰে — সদাশিৱ-সাধু-মাইজীকী-জয় বুলি হুৱা দিবৰ মন গৈছিল। ৰকেটৰ বেগেৰে হাঁহিটোৱে মোৰ পেটৰ পৰা ওলাই বুকুভেদি ডিঙিৰ নলীৰে মুখত সোমাই মোৰ গাল দুখন বেলুন কৰি দিলে। উপায়ান্তৰহৈ কাহি কাহি হাঁহি মাৰিলো, যাতে পাতো কটা যায় আৰু নাকো থাকে।

দেখাত ঘটনাটো অৰম্য যদিও সি হলে মোৰ দিলটো ৰমণীয় কৰিহে দিলে। অতপৰে সাধুৰ বেৰনিভংবেজায় বেকাইদাত পৰি চেপাখাই থকা মোৰ মনটোৱে — নেওঠনিৰ চেপাৰ পৰা মুকলি হোৱা তুলাৰ দৰে উৰো উৰো কৰিবলৈ ধৰিলে।

সাধুৰ কথাৰ গচকাত পৰি মোৰ বুদ্ধি বেচেৰীও — মানুহৰ গচকাত পৰি বোকাৰ তলত চেপেটা লগা গৰৈ মাছৰদৰে — কৰবাত চেপেটা লাগি পৰি আছিল। দীঘল দীঘলকৈ কেইটামান হোপা লগোৱাৰ পিছত চিগাৰেটৰ ধোঁৱাই সদাশিৱৰ প্ৰস্তাৱৰ পানীবোৰ পেটতে ভাপ কৰি পাতলাই দিয়াত — পানীয়ে বোকা পাতলাই দিলে গৰৈটো ওলাই যোৱাৰ দৰে—মোৰ বুদ্ধি-বাদ্ধৱে কাণ-মূৰ জোকাৰি থিয় হ'ল। তেতিয়াই মনত পৰিল, মোৰ চপনীয়া ভাই, বুদ্ধিদাতা গণেশ আজিৰ চাপ্ৰাছি নেৰিয়াৰামলৈ।

অথনি সদাশিৱৰ বিহ-নজৰক নিচাটু কৰি নেৰিয়া থিয় হোৱা ঠাইলৈ সাধাৰণ ভাবে এবাৰ মাত্ৰ চকু ঘূৰাই চাইছিলো যদিও ভালকৈ নিৰীক্ষণ কৰিবলৈ সুযোগ পোৱা নাছিলো। সেইবাবে এইবাৰ কোঠাৰ ভিতৰখনত চাৰিওফালে মুখ ঘূৰাই চালো, এনেকি চকী-মেজ আদিৰ তলতো চাই নেৰিয়াক নেদেখি মই অসহায় বোধ কৰিলো। কিয়নো তাৰ ওপৰত নিৰ্ভৰ কৰিহে মই মন ডাঠ কৰি আছিলো। তাৰ সৈতে পৰামৰ্শ কৰিবলৈ পোৱা হলে কিবা এটা উজু উপায় নিশ্চয় সি উলিয়ালেহেঁতেন। তাক চিঞৰি মাতিম বুলি মুখ মেলিব খুজিছোহে—

সেই সময়তে সপ্ত-সূঁতিৰ সমদলটো জীয়াভৰলীৰ নেতৃত্বত সোঁ-সোঁ কৰে সোমাই আহিল। তাইহঁতৰ কি যে হাঁহি-খিকিন্দালি, কি যে আনন্দৰ লহৰি, কি যে সম্বোধনৰ বাহাৰ! যাৰ মুখত যি আহিছে তাকেই কৈছে। ভিনিহিৰ পৰা আৰম্ভ কৰি ভেকোলালৈকে হৰেক ৰকমৰ বিশেষণেৰে মোক হায়ৰাণ কৰাৰ উপৰিও তাইহঁতৰ খিচনি-খোচনি আৰু চকী-মেজেৰে সৈতে চাংবঙলাৰ জোকাৰণিৰ প্ৰতাপত খুদমান নিনাওৰ কণমান জানটো লবেজান কৰি তুলিলে। সেইযে গধূলি একজোপা গছলৈ নানান ধৰণ আৰু বৰণৰ চৰাইবোৰে নিশাযাপন কৰিবলৈ আহি হৰেক ৰকমৰ হাই-হাঙ্গামা, কাজিয়া-পেচাল কৰি নিজ নিজ স্বত্ব সাব্যস্ত কৰোতে আৰু পৰস্পৰে সাদৰ সম্ভাষণ কৰোতে কলৰব, কোৰ্হাল আৰু জপিয়াজপি কৰি গছজোপাৰ ডালপাতবোৰ ভাঙি-ছিঙি আধামৰা কৰা যদি কোনোবাই দেখি ওৱাকিফ হৈছে তেন্তে তাইহঁতৰ অনৈক্য-তান-বাদনৰ সৈতে বেতাল-নৃত্যমৰ ধৰণটো মৰ্মে মৰ্মে, মনত থকাকৈ উপলব্ধি কৰিব পাৰিব।

চমুচা বৰবাদ হৈ গ'ল। তাৰমানে পাহৰি গলো যে মই দিলদৰিয়া দালালৰ

ক্ষুদ্র তাবেদাৰ ; বিলকুল পাহৰিলো যে মই শাহুৰ বিয়াৰ নাৰদ। এনেকি মই যে তিনিদিনলৈ পাইপ-ৰাটাৰেৰে ব্ৰেকফাষ্ট-লাঞ্চ-ডিনাৰৰ কৰ্ম্ম চলাই থাকি, নিজৰ নাক কাটি, পিতৃপুৰুষৰ নাম মুমাই নিনাও নগৰীয়া হৈ পৰিছো, এই তামাম কথাৰ তিলমানো মনত নাথাকিল।

অমুকাৰ মনত ভাৱ হ'ল যে, 'মই তাহানি লৰণুচোৰ কানাইৰ পাছে পাছে ঘূৰি, তেওঁ শিকিয়াৰ পৰা দলিয়াই পেলোৱা ভগা-কটাৰ লৰণুবোৰ মাটিতে চেলেকি খাই ফুৰা দলৰ এটা বটুৱা বান্দৰ আছিলো···তাৰ পিছতে আকৌ এবাৰ ভাৱ হ'ল যে, কানাই-বলাই বৃন্দাবনলৈ গৰু চৰাবলৈ যোৱা সময়ত যশোদা মাৰে ৰেশ্মনৰ ভাৰ বান্ধি মোৰ কান্ধত তুলি দি পাছে পাছে পঠোৱা গেৰেলা-পেটা লগুৱাটো ময়েই আছিলো···

উলহ-মালহ, উৰুলি-মুৰুলি, ঠাট্টা-মছকৰাৰে মজলিচ্ গুলজাৰ। কিমান সময় হ'ল বা কিমান সময় গ'ল, নাইবা সময় গ'লনে নাই একে ঠাইতে বৈহে আছে, তাৰ একদম ইয়াদেই নাছিল। আসমানৰ পৰা জমিনত আফল খাই পৰিলো তেতিয়া, যেতিয়া আঁৰকাপোৰৰ আঁৰত কিবা টেঁটুটেঁটনি শুনা গ'ল। তাকে শুনি সাত-স্থঁতিয়ে বানপানীৰ পানী ভটিয়াই যোৱাদি সোঁ-সোঁ কৰে পৰ্দ্দাৰ সিপাৰে পাৰহে গ'ল।

তেতিয়াহে মনত পৰি চিগাৰেট এটা আৰাম কৰি হুপিবলৈ ধৰাত আকৌ নেৰিয়াৰামলৈ মনত পৰিল। অকল মনত পৰায়েই নহয়, চপনীয়া গলগ্ৰহৰ গহ্বৰি দেখি মোৰ শুই থকা খংটোৱে জাপমাৰি থিয়হে — শুকান কলচোচনিৰ আগলিত লগা জুইয়ে ততালিকে ওপৰলৈ উঠি যোৱাৰ দৰে — বগুৱাবাই উঠি মোৰ মূৰ গৰম কৰি দি মুখত সোমাল। গলগ্ৰহক গালি পাৰি মুখ বিকটাই দাঁত নিকটালো যদিও মুখৰ আগত কাকো নেদেখি গালিৰ বোমা মুফুটিল। অগত্যা দোপমাৰি খংটোকে গিলি থলো। কিন্তু খংটোৰ মুণ্ডপাত কৰিলেওতো সমস্যাটো নিপাত কৰিব নোৱাৰি।

শাহুৰ বিয়া বদ কৰিবলৈ নাৰদহৈ আহি মই সাধুক ফান্দত পেলাওতে আচম্বিতে নিজেই সদাশিৱৰ জালত — তাহানি হনুমন্তই লঙ্কাত মধুবন ধ্বংস কৰোতে মেঘনাদৰ নাগপাশত মেৰখাই পৰাদি — বান্ধখাই পৰিলো। এতিয়া সাধুৰ সুৰক্ষিত গাৰদৰ পৰা মুকলি হোৱাৰ কোনো উপায়েই নেদেখো। কোনোবা পণ্ডিতে কোনোবা কালত হেনো কৈছিল, 'যঃ পলায়তি স জীৱতি।'

কিন্তু নেজ কোঁচাই পলোৱাটো কাপুৰুষ শিয়ালৰ কাম হব পাৰে — পুৰুষ-সিংহৰ নহয়। তাহানি হনুমানেও পলোৱা নাছিল। অৱশ্যে তেওঁৰ বল-বুদ্ধিৰ উৎস প্ৰধান সাৰথি দীঘল নেজডাল আছিল কিন্তু নিচলা নিনাও নগৰীয়া সেই সম্পদৰ পৰা বঞ্চিৎ। যিবা হেৰিয়াৰ পো নেৰিয়াক সা-সহায়ৰ আশাত লাখুটি-সাৰথি ভাবি আনিছিলো, সিও মুৰকত মুৰপোলকা মাৰিলে। অমুকাৰ খংটোৱে আকৌ এবাৰ তাক খেদামাৰি গ'ল কিন্তু চকুৰে চিকাৰ নেদেখি শৰ মাৰি পঠোৱাৰ দৰে কামত নালাগিল। অগত্যা নিজৰে দাঁত-মুখ কৰচি উপায় চিন্তা কৰিলো কিন্তু তাৰ মুৰমৰিছে — তাৰমানে নিৰুপায়। কিয়নো পলোৱাৰ আটঘাট ভালদৰে বন্ধকৰা বুলি সাধুৱে কৈ গৈছে।

এবাৰ ভাবিলো, বহিম নেকি বাপেকে সোদামিনীৰ সোঁফালে, সৌ আকাশত থকা কৃষ্ণ-জলদ-খণ্ডৰ দ'মটোৰ দৰে? নাচিম নেকি ডাৱৰৰ দৰে অমুকায়ো সোদামিনীক মুৰত তুলি লৈ? কি-যে মনেধৰা মনোহৰা নামৰ বাহাৰ! সৌ-দামী-নী অৰ্থাৎ সৌ (তেওঁ) দামী (মূল্যবান) নী (নে)। নাইবা সৌ-দাম্‌-নে তাৰমানে আগলৈ মাকৰ দৰে হব খোজা ধানখেৰৰ তামাম দ'মটো নে !!

মোৰ চিন্তাৰ সোঁতত বাধা পৰিল। বন্দনীয়ে আহি বন্দনা কৰিলে, "হেৰি ভিনিহিদেউ···হি-হি-হি-, অনুগ্ৰহ কৰি···হি-হি-হি, ভিতৰলৈ বলক, খানা··· "

তাইৰ কথাত বাধা দি মই কলো, "বোলো গঙ্গা-যমুনা মইনা, গাই নৌ দুৱতেই কৰিয়াই ঘৰ্‌ঘৰালে? বেছ, বেছ! পিছে, মইনা 'ভিনিহি-হেৰ'-লৈ-যা-মোকো' বুলি কোৱা হলে কথাষাৰে অমুকাৰ মেজাজটো মহমহীয়া কৰি মুহি পেলালে হেঁতেন।"

"কবলৈ নো, হি-হি-হি, সময় ক'ত পলাই গৈছে?" তাই ক'লে, "লগুন-গাঁঠিটো বন্ধা হৈ য'কচোন, তেতিয়া কাৰ জিভাত কিমান চোক দেখা যাব বাৰু, আহক এতিয়া।"

"নগলে একা?"

"দাণ্ডি নিব নোৱাৰিলেও নাকত ধৰি টানি নিব নোৱাৰিম বুলি নাভাবিবচোন। যদিহে নোৱাৰো, তেতিয়া আপোনাৰ জীয়াভৰলীকে মাতি··· ভাল নামটো, হি-হি-হি, দিলে — জীয়াভৰলী হি-হি-হি···"

"আৰু তোমাৰ গঙ্গা-যমুনা নামটো কেনে পাইছা বাৰু ?"

লাজকুৰীয়া হাঁহি মাৰি মোৰ মুখত চকুৰাখি তাই কৃত্রিম খঙেৰে ক'লে, "নিজৰ বেলিকা নিনাও, লোকৰ হলে খিন্দাও-খিটাও… "

"ঐ! তুমি কবিনীও! এই নিনাও নিচলায়ো কবি হব পৰা হলে, কোনোবাৰ মনত ছবিহে ওলমিব পাৰিলোহেঁতেন কিজানি।"

"চকুত তেলদি কান্দিব নালাগে দিয়ক, আমি জানো। আপুনি সাধাৰণ বিধৰো নহয়, সাংঘাতিক বিধৰ একেবাৰে বজ্র কবি। একেটা ওকনিৰ গীততে, হি-হি-হি, তিনি বীৰাঙ্গনাৰ মূৰত, হি-হি-হি, বোমা পেলাই, হি-হি-হি, চেপেটা কৰিলে। কিন্তু এতিয়াই সোঁৰবাই থলো — বামুণবো এদিন বহুৱাবো এদিন।"

"কেলেই, কিবা ভয়ৰ কাৰণ আছে নেকি ?" মই সুধিলো।

এনেতে নীলাচল, মানে কাহিনী বেগাই সোমাই আহি কটাক্ষ হানি ক'লে, "ৰসালাপ কৰিবলৈ সময় ঢেৰ পাব। এতিয়া ভাত-আঞ্জা চেঁচাহে যায়, আহক বেগেতে।" বুলি তাই মোৰ এখন হাতত ধৰিলে।

সিফালে বন্দনীয়ে কেতিয়া আনখন হাতত ধৰিছিল মালুমকে কৰিব পৰা নাছিলো। দুয়োজনীয়ে একে আজোৰতে থিয় কৰাই — দুজন কনিষ্টবলে বাটৰ বলিয়াক বল কৰি নিয়াৰ দৰে টানিলৈ গ'ল। ডাইনিংৰুমৰ দুৱাৰৰ পৰ্দাৰ ওচৰত হাত এৰি দি পৰ্দা দাঙি ধৰিলে। মই ডাইনিংৰুমত সোমাইগৈ, দেখিলো, ভাবী-শহুৰ সাধুবাবাই আগধৰিয়ে বহি মোলৈ বাটচাই বৈ আছে। তেওঁৰ সমুখৰ ফালে থকা চকীখন অলপ পিছুৱাই দি বন্দনীয়ে মোলৈ চাই ক'লে, "বহক ইয়াতে।"

সদাশিৱৰ মুখামুখিকৈ বহি তেওঁৰ পাছফালে নজৰ কৰিলো। সেইফালে থকা দুৱাৰৰ পৰ্দা দুফালৰ পৰা ফাক কৰি কেবাযোৰো একান্ত উৎসুক চকুৱে— কেমেৰা সাজু কৰি চাহ-মেলত যোগ দিবলৈ যোৱা মন্ত্রীলৈ পোনাই বৈ থকাৰ দৰে—আগ্রহেৰে বৈ আছে।

সোঁফালৰ দুৱাৰেৰে জীয়াভৰলীয়ে জীয়াহাঁহিৰ জিলিকনি মুখত তুলি, এহাত ব্যাসৰ কাঁহী এখনৰ মাজভাগত নাচপতি এটাৰ সমান ভাতৰ দোল আৰু তাৰ চাৰিওফালে ভঁজা, পোৰা, পিটিকা, গোটসিদ্ধ আনি হৰেক ৰকমৰ

আঠবিধ পদাৰ্থৰ পোহাৰ সজাই, দুয়োহাতে কঢ়িয়াই আনি মোৰ মুখৰ আগত থৈ কেঁৰচকুৰে কিবা এপাত শৰ সন্ধান কৰি উভতি খোজ ললে।

আহল-বহল পথাৰৰ সৌমাজত থকা মাটিৰ সৰু ঢাপ আৰু তাৰ চাৰিওফালে কাটি থোৱা ধানৰ মুঠিয়া দহ-বাৰটা মান যদি কোনোবাই দেখিছে তেন্তে ৰঙিনীৰ পোহাৰৰ আচল ৰূপটো অনুমান কৰিব পাৰিব।

ইতিমধ্যে এজনীয়ে আনি সাধুবাবাকো একেদৰেই দিয়া দেখি বিলনীয়ে পক্ষপাতিত্ব কৰা নাই বুলি অমুকাৰ মালুম হ'ল। তাৰ পিছত লাহবিলাহৰ-পাকে অৰ্থাৎ টিপনীয়ে দিলেহি দাইলৰ বাটি আৰু নাচনী অৰ্থাৎ বাহিনীয়ে আনিলে দুবিধ আঞ্জা তাৰমানে এখন প্লেটত কিজানি কম্পোষ্ট-সাৰ আৰু এটা বাটিত হয়তোবা মাছৰ জোল। 'হয়তোবা' বোলাৰ কৈফিয়ৎ এই যে, 'জয়সাগৰ ফিছাৰী-পুখুৰী'ত পিঠি উলিয়াই খেলাকৰি, হাৰাথাই ফুৰা এযোৰ ভকুৰাৰ নিচিনা—বাটি-ভৰা জোলত দুটুকুৰা মাছে সাতোৰা প্ৰতিযোগিতা চলাইছে। ইতিমধ্যে দলনীয়ে দিলেহি শোকোতাৰ খাৰ আৰু বিননীয়ে চৰ্‌চৰি বা সুৰসুৰি অৰ্থাৎ যাক গিলিলে গলত সুৰসুৰণি উঠে!

সদাশিৱ প্ৰভুৱে তেৰাৰ ওঠৰূপী নাৱৰ বাৰছুটা কাণ-বৰাবৰ বিস্তৃত কৰি মোৰ প্ৰতি কৃপাদৃষ্টিৰে হাঁহি বাণী বৰষিলে, "থোৱা বোপাই, কিবা বোলেনে হেৰি·· অ'হয় নেৰিয়াই কলে বোলে তুমি কাঁইট-চামুচেৰে খানা খোৱা, পিছে ভাত খাব লাগিলে হেনো তাক ব্যৱহাৰ নকৰা। সেইবাবে··যি নহওক, সি কলে তুমি হেনো সম্প্ৰতি ভাত এৰি প্ৰায় ভাগে চাহাবীখানাহে খোৱা?"

সৰ্ব্বনাশ। মই কি মাতিম? গলগ্ৰহে আৰুবা কিমানবোৰ কি ফুটনিৰ ফুল ফুলাইছে। মই নাকেৰে মাত উলিয়ালো, "ওঁ···মানে···"

তেওঁ এগৰাহ মুখত সুমাই দি ক'লে, "চাহাবী অৰ্থাৎ সেইদৰেই দিব পৰা গ'লহেঁতেন পিছে হেৰি, মানে নেৰিয়াই আগধৰি আমাক নোকোৱা বাবেহে··· যি নহওক, আজি এইদৰেই পেট ভৰাই খাই লোৱা দেই। পিছলৈ দেখা যাব বাৰু, মোৰ কোনো পিনেই অসুবিধা নহয় জানিবা। কালিলৈ উপবাসকে দিবা নেকি? অধিবাস···থাওক, মই পুৰোহিতক সুধিম বাৰু। কিন্তু আমাৰ এটা নিয়ম আছে জানো? কোনেও নেদেখাকৈ খাব পাৰি, যদিহে মাক নাইবা শাহুৱেকে দিয়ে।" তেওঁ আৰু কিবা কিবি বেবালে। মই সেইবোৰলৈ কাণ নিদি নিমাতহৈ তলমুৰকৈ থাকিলো।

## এম্বাৰ্

হাত ধুৰলৈ ৰখা বাটিৰ পানীত হাতখন তিয়াই লৈ কাঁহীখনলৈ হাত আগবঢ়াই ভাবিলো, ইমান বোৰ 'কেমেৰা-উইমেন'ৰ সমুখত এতিয়া কিদৰে কি কৰা যায়? তাৰমানে কেনে আকৃতি ধৰি, কেনেকুৱা প'জ দি বহি, মুখখন কিমান ফাক কৰি কেইটা আঙুলিৰে কোন বিধ প্ৰথমে তুলি আনি মুখত দিয়া যায়?

আজিহে অমুকাই নিজৰ দুৰ্ভাগ্যক নিজেই তাৰিফ কৰিলো—অৰ্থাৎ সেই যে দুৰ্ভাগ্য-কবলত পৰি পাকে-প্ৰকাৰে হেৰ্ সিদিনালৈকে পুৰা এবছৰলৈকে খাদ্য নাপাই নিজৰ নাৰ্ভবোৰকে খাই নাইকিয়া কৰিছিলো সেইবাবেই আজিৰ এই সৌভাগ্য — অমুকাৰ কাণ-মূৰ সমূলি ৰঙা নপৰিল। আনহাতে নাৰ্ভকেডাল সজীৱহৈ থকা হলে উপস্থিত ক্ষেত্ৰত ইমানমখা নয়নৰ তীক্ষ্ণ নজৰৰ নিগ্ৰহত পৰি নাৰ্ভাচহৈ এই নিনাও নগৰীয়াই আকৌ এবাৰ নাম ডুবাব লাগিলহেঁতেন।

অমুকাই মনতে মতলব কৰিলো — যিহেতু তাইহঁতে সাধুসিংহ আৰু মাক বাঘিনীৰ সমুখত মছকৰা কৰি অমুকাক বেকাইদাত, পেলাব নোৱাৰে সেইহেতুকে বেকুব বনাবও নোৱাৰে। এতেকে তাইহঁতে মুখ নেমেলাকৈ যি কয় কওক, পেটে পেটে যি ভাবে ভাবক, তাত নিনাওৰ এডাল নোমো নলৰে — তিলমানো হৰকত নহয়।

মই কাঁহীলৈ বেপৰোৱা ভাবে হাত আগবঢ়ালো। 'খাৰখোৱা' বুলি আমাৰ এটা সাতামপুৰুষীয়া সদ্নাম থকা বাবে মোৰ হাতখনে সাউৎকৰে খাৰৰ ওপৰত — মেকুৰীয়ে নিগনিৰ ' ওপৰত পৰাদি — জাপমাৰি পৰিলগৈ। খাৰ খানিকমান আনি ভাত এগৰাহত সানি দেখো যে ভাতৰ লৈতে কিবা এবিধ বস্তুৱে সখি পাতি আছে। মই মনতে ভাবিলো যে হয়তোবা মোৱা আলু সৰুকৈ কুটি ভাতৰ লৈতে সিজাইছে। এনেকুৱা কথা আগেপিছে দেখা-শুনা বা খোৱা নাছিলো যদিও সদাশিৱ হেন বৰলোকৰ কিবা বৰ দস্তুৰ বুলি দৰিয়াপ কৰি গৰাহটো মুখত সুমাই দিলো।

দুটামান চোবা লগাবহে পাইছো — হে নেৰিয়াৰ পিতলৰ গোসাঁই! তামাম মুখখন বিজুলী সঞ্চাৰে ফৰফৰাই গ'ল। আটৰিতকৈ মুখৰ অবস্তমথা দৌপমাৰি গিলি দিয়াত কোঁৎ কৰে শব্দ উঠিল। লগে লগে — থাকৰা তেজ পাইপেৰে আহি ৰিফাইনাৰীৰ ৰিজাৰ্ভাৰ পোৱাৰ দৰে — মুখৰ অবস্ত সোপা

নলীৰে গৈ থলীত পৰিল সঁচা কিন্তু মুখৰ পৰা পেটলৈকে বেজাই বেজবেজ কৰিবলৈ ধৰিলে। মুখেৰে লালতিৰ নিজৰা জৰিল···

এগৰাহ ভাত গিলিয়েই ততাতৈয়াকৈ পানী খোৱা দেখিলে সকলোৱে মোৰ তৰ্কলিফ্‌টো তৎকালে তং কৰি মজা উপভোগ কৰিব, তেতিয়া মই হাঁহিয়তৰ পাত্ৰ হৈ পৰিম বুলি মনতে দৰিয়াপ কৰি পানী নাখাই এচলু দাইলকে বাটিৰ পৰা আনি চিধাই মুখত সুমাই দিলো। হে হৰি !! দাইলে আকৌ ঘাইলহে কৰিলে। তাজ্যৱ কথা — ই এলাপেচা মাহৰ দাইল নহয়, জলকীয়া মাহৰ দাইল !

যেন কটা ঘাত লোণহে পৰিল — অমুকাৰ নাকে-মুখে, চকুৱে-কাণে, বাহিৰে-ভিতৰে তেনেই জলাৰ জাল বাহিৰ হবলৈ ধৰিলে। এতিয়াহে ৰহস্যটো অমুকাৰ ভালকৈ মালুম হ'ল — ভাতৰ সৈতে মিলাই দিয়া অৰ্থাৎ যাক মোৱা-আলু বুলি চোবাইছিলো সি বৰাইনোখোৱা কচুহে, তাক কেচাই কুটি — নাৰিকল কুটি গাজিত মিলাই দিয়া দৰে — ভাতত মিলাই দিছে। দাইলৰ ৰহস্যটো মুখত দিয়াৰ লগে লগেই বুজিছো যে কৰ্দ্দৈসিৰীয়া-জলকীয়া কেইটামান বটি দাইলত মিলাই দিছিল। তাৰ প্ৰমাণ লবলৈ আমাৰ ময়ুৰীয়ে চকু ঘূৰোৱা কায়দাৰে মই তলমূৰ কৰি থাকিও সাধুবাবালৈ নজৰ কৰি দেখিলো যে তেওঁ বৰ আৰামেৰে দাইল-ভাত চোবাইছে। আনপিনে নজৰ ঘূৰাই দেখিলো — সোঁফালৰ প্ৰৱেশ পথত পৰ্দ্দাৰ ওচৰত আওচেৰীয়াকৈ থিয়হৈ জীয়াভৰলী, নাচনী আৰু লাহবিলাহৰপাকে মোৰ দুৰ্গতি দেখি মজা উপভোগ কৰি ফিচিঙা-ফিচিঙি কৰি হাঁহিছে। তাকে দেখি অমুকাৰ খংটোৱে তীহ্‌তিহাই উঠিল কিন্তু তাক ঠেলামাৰি বগৰাই পেলাই অলপ আগেয়ে বন্দনীয়ে কোৱা বচনটো তাৰিফ কৰিলো — এৰা, বামুণৰো এদিন বহুৰাৰো এদিন।

অথাউনি পানীত পৰিলে হাত-ভৰি বুকুত বান্ধি ককৃবক্ কৰি তলপৰাতকৈ খেৰকুটাকে আশ্ৰয় কৰি হাতভৰি মাৰি তৰিবলৈ যত্ন কৰা উচিত। কথাষাৰ মনত পৰি পাতৰ পদাৰ্থ বোৰলৈ চালো — নিৰ্ভয়ে খাব পৰা খাদ্য কিবা আছে নে নাই। ভঁজা-পোৰা-পিটিকা-গোটসিদ্ধৰ ওচৰতে পোহাৰত পাঁচতোলা পৰিমিত মাখনৰ দ'ম এটাও আছে, দেখিলো। নমুনা চাবলৈ তাৰেই অকণমান আঙুলিৰে খোচমাৰি আনি জিভাত লগাই টেষ্ট কৰি চালো। কোনো ভেঁজাল নাই — আৰকাহা ! বুদ্ধিটো পাই ওতালিকে কামত লাগি গলো,

অৰ্থাৎ ভজাবোৰ মাখনত লেটিয়াই আনি মুখত সুমাই বাৰুকৈ চোবাই, মুখেৰে জৰ্ জৰ্ কৰে নিজৰি থকা নিজৰাবোৰৰ পৰা গুলোৱা লালতিৰে সৈতে গিলি পঠাবলৈ ধৰিলো।

মুখ আৰু নলাডালেৰে সৈতে পেটৰ ঘিহে পোৰণি, ৰমৰমুণি আৰু বজ্‌বজনি তাক পাঁচতোলাহে নালাগে পাঁচ পোৱা মাখনৰো শাঁত পেলাবলৈ সাধ্য নহব। তথাপি সেইদৰে কচৰৎ কৰিবলৈ ধৰাত কিঞ্চিৎ আৰাম বোধ কৰিবলৈ ধৰিলো। নাক-চকুৰ পানী মচোতে এখন ৰুমাল তেনেই তিতিল। সেইখন জেপত থৈ নেৰিয়াৰ অনুগ্ৰহত প্ৰত্যেক জেপে জেপে থকা, আধাদজন ৰুমালৰ দ্বিতীয়খন উলিয়াই ললো।

পহিলতে গাজৰ-ভেণ্ডি-পটল-বীন আদি গোটে গোটে দিয়া গোট সিদ্ধবোৰ খাই শেষ কৰি তাৰপিছত কাঁচকল-পটল-আলু-বেঙেনা ভঁজাও খতম্ কৰিলো। আন কিবাকিবি ভঁজা-পোৰাবোৰৰ চেহেৰা দেখিয়েই বুজিলো যে সেইবোৰত ভেঁজাল দিয়া সহজ। গতিকে সেইবোৰৰ পৰা নজৰ ঘূৰাই ললো। অৱশ্যে গোটে গোটে দিয়া কণীসিদ্ধ দুটালৈ লোভ নলগা নহয় কিন্তু তীক্ষ্ণ নজৰেৰে নিৰীক্ষণ কৰি চমজিব পাৰিলো যে তাৰ মাজেৰে ফালি কুহুমটো উলিয়াই সেই ঠাইত নিশ্চয় কিবা অবস্তু সুমাই দি কাৰিকুৰি কৰি থৈছে। এতেকে কণীৰ লোভক নিৰ্ব্বাসন দি বন্দনীৰ 'সাৱধান' শব্দটোলৈ স্মঁৰৰি তাইক মনতে ধন্যবাদ জনালো।

সেই সময়তে পালবিহীন মাস্তুলেৰে বাই অনা নাৱৰ নিচিনা — সৌফালৰ দুৱাৰেৰে সাধু-আয়ে অন্নপূৰ্ণা মূৰ্ত্তি ধৰি প্ৰৱেশ কৰিলে। মই কৈৰাকৈ চাই দেখিলো যে আইৰ হাতত এখন পিতলৰ কৰচালি আৰু তেওঁৰ লগে লগে অহা জনীৰ ( বিয়া দিয়া কোনোবা এজনী জীয়েক বুলিয়েই অমুকাই ভাবিলো ) হাতত এটা চচ্‌পেন্।

দূৰৈতে কিবা এটা টেঁটনি মৰা শুনি তেতিয়াহে চাগৈ সাধু বস্তৰ মনত পৰিল যে সমুখৰ ফালে ময়ো খাবলৈ বহিছো। ততালিকে তেওঁ সচেতনহৈ নিজে হাতৰ কচৰৎ চলাই থাকি, মুখেৰে চেনেহৰ টেকেলিটো মোৰ মূৰত বাকি দিলে, "খোৱা মইনা, নিজৰ ঘৰ বুলি ভাবি লাজ নকৰিবাইক দেই। ভাত মুঠি সমূলি··· "

তেওঁৰ কথাৰ মাজতে মই কলো, "ভাত খোৱা অভ্যাসটো এৰি দিয়াৰ

বহুদিন হ'ল, তথাপি নিয়ম ৰাখি মানে আপোনাৰ সন্মান ৰাখি এগৰাহ খাইছো দিয়ক।" তেওঁক সেইদৰে কৈফিয়ৎ দি পেটে পেটে নেৰিয়াক ধন্যবাদ দিলো। সি এওঁবিলাকৰ আগত মোক হুলাবাৰিৰে খোচ মাৰি যেন আকাশত তুলি থৈ ৰক্ষা কৰিছে। নোখোৱাৰ অজুহাত এইদৰে দেখুৱাম বুলি মই মনতে আগধৰি আলচি স্থিৰ কৰি ৰাখিছিলো। তাৰ পিছতে আকৌ কলো, "কিন্তু মই ভাত নাখালেও মোৰ ৰুচিমতে ভঁজা, সিদ্ধ, মাখন আদি তৃপ্তিৰে খালো।"

কম কথাতনো সদাশিৱক বোম ভোলানাথ কয়নে। আমাৰ সদাশিৱ বাবায়ো মোৰ কৈফিয়ৎ শুনি সন্তুষ্ট মনেৰে নাকেৰে 'ওঁ' উচ্চাৰণ কৰি আকৌ এমুঠিমান লৈ তেওঁৰ গুহাটো আকৰ্ণ বিস্তৃত কৰি জিভাখন চাৰি আঙুল উলিয়াই গহ্বৰত সুমাই ললে।

আই অন্নপূৰ্ণাৰ সহকাৰীজনীয়ে তেওঁৰ সোঁফালে থিয়হৈ হাতৰ পাত্ৰটো টেবিলত আইৰ সমুখত ৰাখিলে। তেওঁলোকৰ পাছে পাছে যিটো সমদল আহিছিল, তাৰে তিনিজনীয়ে দেউতাকৰ কাষত আৰু তিনিজনীয়ে মোৰ সোঁফালে টেবিলত লগাকৈ থিয়হৈ থাকিল। টেবিল মানে এইখন সাধাৰণ বিধৰ টেবিল নহয় — সৰু সুৰা বিয়াৰ ভোজ ইয়াতেই চলাই দিব পাৰে। আমি দুজনে পূৰমূৰে তিনি হাততকৈও কম ঠাই অধিকাৰ কৰি বহিছো। আমাৰ বাওঁফালে থকা খালি ঠাইত অনায়াসে সাধুৰ পৰিয়ালৰ সৈতে ভৱিষ্যতে কুৰিজন জোঁৱায়েকেও বহি খানা খাব পাৰিব।

আই গোসাঁনীয়ে আহি মোৰ কৈফিয়ৎ শুনি টেঁটটেঁটালে "অঁভ্যাঁস নাঁই যঁদিঁ নেঁখাঁই ভাঁল কঁৰিঁছাঁ। সেঁইবোঁৰ তুঁমিঁ কাঁষবীঁয়াঁকৈঁ থোঁৱাঁ। কিঁন্তুঁ কঁণীঁ সিঁদ্ধঁ বঁৰ উঁপকাঁৰীঁ — সেঁই দুঁটাঁ খোঁৱাঁ মঁইনাঁ।…"

মই কলো, "নহয় আই, খালে অপকাৰ কৰিব। আমাৰ মায়ে পানীলগাত কণী খাবলৈ নিদি বচন মাতিছিল, বোলে —

'নাকৰ পানীৰে কণী নাখাবি,  
খালেই উঠিব জ্বৰ।  
ফটা পীৰাত ওকনি নথবি,  
পলাই মাৰিব লৰ' ॥"

আৰু পাই কোনে? একমাত্ৰ সাধুবাবাৰ বাহিৰে চাৰিও ফালৰ

মুখবোৰেৰে 'খিল্ খিল্—হিঃ হিঃ—খেক্‌খেক্ আদি হৰেক ৰকমৰ যেন শিঙা-পেঁপাৰহে বোল উঠিল। আৰু তাৰ লগে লগে সকলোৱে তিনিবেচেৰীৰ মুখলৈ চালে। তাইহঁতে মানে ৰঙিনী, টিপনী আৰু বাহিনীয়ে মাকৰ কাষতে আগশাৰীত প্ৰদৰ্শনি পাতি মোৰ অথন্তৰ চাই মজা উপভোগ কৰি পেটে পেটে নিশ্চয় হুমিয়াইছিল —'কেনে মজা ? সেকাটো পাইছানে ? আৰু জোকাবানে ?' বচনটো মাতি উঠি অমুকাই অন্নপূৰ্ণা আইৰ মুখলৈ চোৱাৰ ছলতে তাইহঁতৰ মুখলৈ নজৰ পেলাই দেখিলো যেন তিনিওজনীয়ে এতিয়াই ডিজেল অয়েলৰ টেঙ্কঁত সাতুৰিহে আহিছে। তাকে দেখি অমুকাৰ মুখৰ আৰু নেলুৰ ৰম্‌ৰমনিৰে সৈতে পেটৰ পোৰণি আৰু বুকুৰ হুম্‌হুমনিও টকাত তিৰাশী নয়ে পইচে অনুপাতত কমিল। ময়ো মনতে হাঁহি মনতে হুমিয়ালো—'বোলো কি গছৰ গুটি খালে জান্ যায়, চৰ্মজিলা এতিয়া বপুৰীহঁত ?'

অৱশ্যে ওকনিৰ শৰপাতে একেলগে তিনিওকে বিন্ধিছিল যদিও বৰ বেছি ঘাইল কৰা নাছিল। পিছে, বাকীমখাৰ হাঁহি-খিকিন্দালি, এনেকি কেমেৰা-উইমেন সকলৰো হাঁহিৰ আৱাজে তিনি-বে'চৰীক একেলগে যেন শালিহে পেলালে। তাইহঁতৰ খঙে মুৰৰ ওকনি পৰ্যন্ত চুইছিলগৈ যদি বাঘিনীৰূপী মাকৰ সমুখতে থকা বাবে, ভাদমহীয়া ভৰলী যেন খালৰ পানীহে। সেই তিনি ৰণচণ্ডীৰ বাহিৰে মই ঘনাই নাক-চকু মচা দেখি মোৰ পানীলগা অজুহাতটো বিশ্বাস কৰিবও পাৰে আৰু যদিহে তাইহঁতৰ সৈতে সহযোগ আছে তেন্তে মোৰ বিলাই-বিপত্তি উপভোগ কৰি পেটে পেটে হাঁহিবও পাৰে। কিন্তু বাবা আৰু আয়ে যে কূটকথাটোৰ ফুট পোৱা নাই সেইকথা দস্তুৰমাফিক মালুম হ'ল। কিয়নো তেওঁলোকে কেনেবাকৈ গম পোৱা হলে ইমান বেলি এই তিনিয়ে কিল খাই শিলহে পৰি থাকিবলৈ বাধ্য হলহেঁতেন।

অন্নপূৰ্ণা মাৱে মাংসৰ আন্‌জা আনিবলৈ টেঁটটেঁটালে। আনবিলাকে খোজ লোৱাৰ আগেয়ে ততাতৈয়াকৈ ৰঙিনী আৰু বাহিনীয়ে বীৰাঙ্গনাৰ দৰে আগৰণুৱাহৈ ভিতৰ মুৱাকৈ চোঁচা ললে। তাইহঁতৰ পাছতে ধৰা নপৰা গতিত খোজদি টিপনীও ভিতৰলৈ গ'ল। মই মনতে প্ৰমাদ গণিলো। বঢ়িয়াকৈ বুজিলো যে এই তিনিয়ে লগহৈ এইবাৰ এনেকিবা ফিকিৰ কৰিব যাৰ ফলত মাংসৰ আন্‌জা অমুকাই খাবও নোৱাৰিম, নাখাবও নোৱাৰিম। তদুপৰি কৈফিয়ৎ দি ভেদ ভাঙি দিবও নোৱাৰিম। কিয়নো যদি মই ৰণত

হাৰি গুমৰ ফাক কৰি দিওঁ তেতিয়া বিপক্ষ বাহিনীৰ পিঠিত ঔ পৰি পিঠিৰ ছাল তো যাবই, কিজানিবা সাধু-পৰিয়ালত থকাৰ ভিকাচনো ভাগিব। গতিকে ক্ষুদ্ৰ মহ মাৰিবলৈ বৰকামান চলোৱা কাম কৰি নিনাও নগৰীয়াই নিজৰ নাক নাকাটে।

ভাবিলো, পাতো কাটিম নাকো ৰাখিম , কিন্তু উপায় ? একেলগে তিনিটা সমস্যাৰ সমাধান কৰা যায় কেনেকৈ ? এবাৰ ভাবিলো, বাটিদুটা টেবিলত থোৱাৰ লগে লগে সাধুৰ ফালে দিয়াটো তৎকালে মই আনি খাবলৈ আৰম্ভ কৰিম। কিন্তু তাৰ পিছতে ইয়াদ্ আহিল যে তেতিয়াওতো তাইহঁতক হাতে নামাৰি ভাতে মৰা হব। তাৰমানে মোলৈ অনা অবস্থ তেওঁৰ মুখত পৰিলে 'চিচিং ফাক' হৈ পৰিব আৰু লগে লগে বাবা-আয়ে তাগুৱ নৃত্য জুৰিব। উঁহো, নাই নাই, কাপুৰুষৰ কাম নিনাৰে নকৰে···

ইতিমধ্যে আই-অন্নপূৰ্ণাই অনুগ্ৰহ কৰি, জীয়েকে কঢ়িয়াই অনা পাত্ৰৰ পৰা আমি উভয়কে গৰম-পোলাও-অন্ন প্ৰসাদৰূপে বিতৰণ কৰিলে। তাৰে অলপ-অচৰপকৈ মুখত দিছো আৰু আৱশ্যকতকৈও বেছিকৈ চোবাই মুখৰ পোৰণি জুৰ পেলাবলৈ চেষ্টা কৰিছো।

খানিকমান সময়ৰ ভিতৰতে বিৰোধী পক্ষৰ চাৰি মূৰ্ত্তিয়ে দুৱাৰৰ ভিতৰ সোমালহি। বাকীবিলাকে সেইফালে পাছমুখদি আছিল যদিও অমুকাই হলে খোৱাত ব্যস্ত ভাব দেখুৱাই চকুৰ তীক্ষ্ণ নজৰ সেইফাললৈ পোনাই ৰাখিছিলো। দুৱাৰৰ ওচৰত তাইহঁতে চকুৱে চকুৱে টিপ দি মুখ পোহৰ কৰি নিৰ্জু ভাও ধৰা কাম অমুকাৰ নজৰত নপৰাকৈ নাথাকিল। মোৰ চকুৱে তাইহঁতক অনুসৰণ কৰি থাকিল।

মাকৰ ওচৰ পাই ফণীনীয়ে ট্ৰেখন টেবিলত ৰাখিলে। তাৰপিছত মাংসৰ আঞ্জা মুখলৈকে ভৰা গৰম বাটি দুটা তাইৰ শুদা হাতেৰে তুলি আগবঢ়াই দিবলৈ চেষ্টা কৰি বিফল হ'ল। বাহিনীয়ে মই বহা চকীত গা লগাই মোৰ সোঁফালে থিয় হ'লহি। তাইৰ গাতে গা লগাই টিপনী আৰু তাইৰ গাত গা লগাই ৰঙিনী। তাইৰ সোঁফালে ঠেলা হেঁচাকৈ ফণীনীও থিয় হ'ল। দুজনীৰ ঠাইত চাৰিজনী থিয় হোৱা দেখি মই ভাবিলো — তাইহঁতে কিবা এটা ফন্দি কৰি আহিছে।

ফণীনীয়ে শুদা হাতেৰে বিফল হোৱাত ততালিকে ৰঙিনীয়ে উক্ত উপায়টো

উলিয়াই — তাৰমানে সৰ্ব্বৰোগে ধন্বন্তৰি মকৰধ্বজৰ নিচিনা— সৰ্ব্ববিপদ-তাৰণ নিজৰ চাদৰৰ আঁচলটো হাততলৈ আঙুলিৰে ঠুঁটিয়াকৈ কোনোৰকমে ভৰা বাটিৰ কাণত ধৰি প্ৰথমে দেউতাকৰ বাটিটো তেওঁৰ কাঁহীৰ ওচৰত থলে।

তাইৰ সেই কাম দেখা মাত্ৰকে, চুইচ্ টিপি জলাই দিয়া লাইটৰ দৰে — চকুৰ পচাৰতে অমুকাৰ মূৰত উপায় এটাৰ উদয় হ'ল। মই তলমূৰকৈ খোৰাত অতিপাত ব্যস্তহৈ পৰিলো— যেন খোৰাত অকমাণ পলম কৰিলে বেলখন ধৰিব নোৱাৰিমগৈ। ৰঙিনীয়ে যেতিয়া মোৰো বাটিটো আগৰ বুদ্ধিৰে তুলি মোৰ ফালে আনিব খুজিলে, ঠিক একে সময়তে মোৰো — অথনি বাহিনীয়ে দি থৈ যোৱা ফিছাৰী-টেঙ্কৰ মাছ ধৰিবলৈ আৰম্ভক হৈ পৰিল। নিমিষতে ফিছাৰী-টেঙ্কটো ময়ো হাতত তুলি আনিব খুজিলো। তাৰফলত কুফল ফলিল, তাৰমানে বাটিয়ে বাটিয়ে 'কলিশ্যন' — এটা আৰাজ!

মাংসৰ কাৰীয়ে নাচন মাৰি ফণীনী-ৰঙিনী-টিপনীৰ পোছাক ফাকুৱাৰ দৰে ৰঞ্জিত কৰি দিলে আৰু অমুকাৰ হাতৰ ফিছাৰী-টেঙ্কৰ ঢোৱে বাহিনীক গা ধুৱাই দিলে। হাই নে হাহাকাৰ, আৰ্ত্তৰৱ নে কলৰৱ — সেইবোৰ কাণ পাতি বুজিবলৈ তকলিফ্ কৰাৰ অমুকাৰ কি দৰ্কাৰ? ৰণ জিনি গাটো ৰণ্জিৎ ৰণ্জিৎ লাগিছে। কিয়নো মোৰ কুমতলব দৰ্শক বৃন্দই তৰ্কিবকে নোৱাৰিলে। আজি থকা হলে অমুকাৰ নাকৰ তলত এযোৰ দীঘল গোঁফ, ততালিকে তাক 'হামবৰা' পেটাৰ্ণত সজাই দি দিল্‌খুচ্ কৰিলোহেঁতেন কিন্তু গাইমুৱা মুখত সেই আশা নেছেল।

চাৰি বীৰাঙ্গনাই অধোমুখেৰে শ্ৰীণকমলৈ প্ৰস্থান কৰিলে। মই হবখোজা-শাহু-আইলৈ চাই চকুত তেল দি কান্দিলো, "ইস্-ইস্-ইস্, নেদেখাতে সাংঘাতিক বেয়া কামটো কৰিলো, বৰ অন্যায়··· "

মোৰ কথাত বাধা দি অন্নপূৰ্ণা মাৱে অভয় দিলে, "তুঁমিঁ নাঁভাঁবিঁবাঁ মঁইনাঁ, তোঁমাঁৰ কোঁনোঁ দোঁষ নাঁই — তাঁইবিঁহে ঠেঁটাঁ হাঁতঁৰ···" বুলি খঙেৰে মুখৰ ভিতৰতে আৰু কিবা ভুন্‌ভুনালে।

বন্দনীয়ে লৰিগৈ নতুনকৈ এবাটি মাংসৰ আঞ্জা আনি দিয়াত এইবাৰ নিৰ্ভয় মনেৰে খাবলৈ লাগি গলো। কাহিনীয়ে দৈ আৰু বিননীয়ে সন্দেশ-ৰসগোলা আনি দিলে। সেইবোৰ গিলি উঠাত মোৰ ভিতৰৰ ৰম্‌ৰমনি পঁচানব্বৈ নয়ে পইচে মান শাম্ কাটিলে।

খোৱাৰ অন্তত পোনহে বহি উগাৰ মাৰি মুখ ঘূৰাই দেখিলো যে সাধু-সাধুৱণীৰ সৈতে বিননী-বন্দনী-কাহিনীৰ বাহিৰে তাত আন কোনো প্ৰাণী নাই। কেমেৰা-উইমেনসকলো নাই। ইহঁত তিনিজনীয়ে মাকৰ আদেশমতে মোক ড্ৰইং ৰুমলৈ লৈ গ'ল। খানিকমান সময়ৰ পিছতে বাবা সদাশিৱে তালৈ গৈ বহি তিনি জীয়েকক ভাত খাবলৈ পঠিয়াই দি নিজে পহৰাদি থাকিল।

মই অনুৰোধ কৰিলো, "স্যাৰ, দয়াকৰি এবাৰ মোৰ চাপ্ৰাছি নেৰিয়াৰামক মতাই দিয়কচোন। কথা এষাৰ কব লগীয়া আছে।"

তেওঁ আৰামী চকীত আৰাম কৰি বহি চিগাৰেট এটা জ্বলাই লৈ ক'লে, "এতিয়া আৰু স্যাৰ কয়নে? শুনা বোপা, নেৰিয়াৰ বাবে তুমি কোনো চিন্তা কৰিবই নালাগে, তোমাৰ কোনো অসুবিধা নহয়। তোমাৰ কিবা দৰকাৰ হলে ছোৱালীহঁতক কবা, সিহঁতে চব ঠিকঠাক কৰি দিব। নেৰিয়াক আজি আৰু লগ নোপোৱা। সি ড্ৰাইভাৰে সৈতে খোৱাবোৱা কৰি ইয়াৰ পৰা গলগৈ। সিহঁতক আন এঠাইত থাকিব দিছো। নেৰিয়াই তোমাৰ বেডিং-স্যুটকেচ বেডৰুমত থৈ গৈছে। বিছনা আদিৰ সকলো ব্যৱস্থা ছোৱালীবোৰে খাইবৈ আহি ভালদৰে কৰি দিব। তুমি নিশ্চিন্ত মনেৰে আৰাম কৰি শুই থাকাগৈ।"

চিগাৰেটত দীঘলকৈ এহোপা লগাই সাধুৱে আকৌ ক'লে, "আৰু এটা কথা, শুনিছা মইনা, তুমি পলাবলৈ চেষ্টা কৰি লাজত নপৰিবা দেই। মোৰ কথামতে চলিলে দেখিবা তোমাক মই কেওপিনে সহায় কৰি অতি সোনকালে নামজলা কৰি দিম। মোৰ কথাবোৰৰ মূল্য আছে জানিবা। অলপ জিৰোৱা দেই — এতিয়াই সিহঁতে পাবহি।"

এইথিনিলৈকে কৈ তেওঁ হঠাতে থিয়হৈ মোক মুখ মেলিবলৈ সুবিধা নিদি ভিতৰ সোমাই গ'ল। মোৰ মালুম হ'ল যে সদাশিৱে আগধৰিয়ে সকলো বন্দবস্ত ঠিকঠাককৈ ৰাখিছে। পলাই সাৰিবলৈ উপায় আৰু নাই। তেওঁৰ সম্পৰ্কে অথনি নেৰিয়াই কোৱা আৰু তেওঁ নিজৰ বীৰত্ব নিজেই বখানি ফুটনি মৰা কথাবোৰ যে তেনেই সঁচা তাৰ প্ৰমাণ বাৰুকৈ পালো। তদুপৰি এতিয়া দেখা গ'ল যে, তেওঁ নিজৰ কবলগীয়া কথাকণ কৈয়েই খালাচ; বাজে কথা বকি, বিশেষকৈ মোৰ নিচিনা নাম-গোত্ৰ-হীন নগণ্য জনৰ লগত, তেওঁ নিজৰ মানৰ লাঘৱ নকৰে। কিয়নো তেওঁ এজন গণ্য-মান্য-প্ৰাধান্য আৰু নিজৰ

নামত নিজে ধন্য লোক। সদাশিৱ সাধু শিলঘাটৰ ; শিল যেন গধুৰ আৰু কঠিন, এটা জীৱন্ত বিগ্ৰহ — তেওঁক নিগ্ৰহ কৰোতা নাই···

তেওঁ যোৱাৰ পিছত মই অলৰ-অচৰহৈ তলমূৰকৈ বহি থাকিলো। মনতে ভাবিলো, সাধুৰ ফান্দ ফালি পলাবলৈ কি ফিকিৰ কৰা যায় ? হৰেক ৰকমে ভাবিও মনেধৰা উপায় এটা বিচাৰি নাপাই হতাশহৈ নিজৰ ওপৰতে খং উঠিল। তেতিয়াই নেৰিয়ালৈ মনত পৰি খংটোৱে তৰতৰকৈ মূৰত উঠিলগৈ। মই ভাবিলো, ভালেহে কয়— 'চপনিয়াক নিদিবি লাই···', এই নেৰিয়া গলগ্ৰহতে তাৰ প্ৰমাণটো পালো। কটা হেৰিয়াৰ পোৱে এইদৰে মোক সদাশিৱৰ জালত পেলাইদি হাত-ভৰি বান্ধি অসহায় অৱস্থাত এৰি থৈ যাব পায়নে ? অথনি সি নিজে উপযাচি ইয়াৰ সকলো কামৰ ভাৰ নিজৰ ওপৰত লৈ মোক নিশ্চিন্ত মনেৰে থাকিব কৈছিল। অৱশ্যে নাবদ লগোৱা কামটো বুদ্ধিৰে সমাধা কৰিলে সঁচা কিন্তু আনপিনে সি সাধুৰ কথামতে ইয়াৰ পৰা আঁতৰি গৈ মোক চোঠেঙীয়া কৰিলে। সি এইঠাইৰ আট-ঘাট ভালদৰে জানে যেতিয়া, তাক ওচৰত পোৱা হলে শিলঘাটৰ বগৰাব নোৱাৰা সদাশিৱৰূপী গধুৰ শিলটো আমি দুজনে ওফৰাব নোৱাৰিলেও তলেৰে পিছলি যোৱাৰ সদুপায় এটা নিশ্চয় উলিয়াব পৰা গ'ল হেঁতেন।

মই মনতে স্থিৰ কৰিলো, বাঘৰ মুখত আৰোহীক পেলাই দি গাড়ীৰে সৈতে গাড়োৱান পলাই যোৱাৰ দৰে নেৰিয়া সাৰথিয়ে মোক সাধু-সিংহৰ গুহাত অসহায় শহা পোৱালীৰ দৰে পেলাই থৈ পলাল। এতেকে সি কেৱল অধৰ্মীয়েই নহয়— হাৰামী, নিমখ-হাৰামী, আশ্ৰয়-হাৰামী।

মই বুদ্ধি-বান্ধৱক বহু তালাছ কৰিলো কিন্তু তেওঁৰ ফোঁপোলা চুঙাটোৰ ভিতৰত তেওঁৰ সাক্ষাৎ পোৱা নগল। তেৱোঁ নিশ্চয় নেৰিয়াৰ দৰে নেজ কোঁচাই মূৰপুলকা মাৰিলে। খণ্ডতে এবাৰ থিয় হলো। হাতখনে অভ্যাস মতে জেপত সোমাল। চিগাৰেট এটা উলিয়াই লৈ আকৌ বহি হুপিবলৈ লাগি গলো। কেই হোপামান লগোৱাৰ পিছত সুফল ফলিল। তাৰমানে গাতত পানী ঢালি দিলে, ভিতৰত ক'ৰবাত লুকাই থকা ইন্দুৰটো কাণমূৰ জোকাৰি ওলাই অহাৰ দৰে অমুকাবো বুদ্ধি বপুৰাই চিগাৰেটৰ ধোঁৱা সহ্য কৰিব নোৱাৰি চুঙাৰ তলিৰ পৰা বাহিৰ ওলাই মোৰ দিলটো পোহৰ কৰি দিলে···

তেতিয়াই মই নিশ্চিন্ত হলো যে, নেৰিয়াবামে মোক নিঠকৰা কৰি নগলায় — পলাব নোৱাৰে। কিয়নো সি প্ৰথম দিনাখনেই কৈছিল— 'সি মোৰ, মই তাৰ'। তদুপৰি তাৰো যে এটা দিল আছে, সেই কথাটো তামাম ৰাইজখনৰ কোনো এজনেও সমূলি বুজি নাপালে বুলি সি আফচোছ কৰা কথাও মোৰ মনত পৰিল আৰু লগে লগে বতাহত নুমোৱা চাকিৰ দৰে মোৰ খং পানী উঠিল।

তেতিয়াই ইয়াদ আহিল, যে অমুকা তৰং পানীত টলংভটং কৰা টুলুঙা নাও নহওঁ। অথবা অথাউনি পানীত পৰি উকমুকনি লাগি ককবক কৰি কৰি ঢকঢক্কৈ পানী খাই তলমূৰাহৈ তলিত পৰা বিধৰ বুধিয়কো অমুকা নহওঁ। তেনেথলত এতিয়াৰ পৰা চিন্তাত পেট ওফোন্দাই পেটত গড়-হজম কৰাৰ কাৰণ নাই···

মই নিশ্চিন্ত মনেৰে চিগাৰেট হুপিবলৈ ধৰিলো।

## বাৰ

প্ৰথমটো চিগাৰেট পুৰি কেতিয়া ছাই হ'ল তাৰ ইয়াদ্ নাছিল। সাধুৰ বৈঠকখানা ধোঁৱাৰে ধুঁৱলী-কুঁৱলী হৈ পৰা দেখিও দেখা নাছিলো। নিশ্চিন্ত মনেৰে চিগাৰেট হুপা বুলি কৈছো যদিও সি সঁচা নহয়; কিয়নো — কোঠালী নিৰ্জ্জন আৰু মুখত চিগাৰেট, এনেকুৱা ডবল সুযোগত চিন্তা নকৰাকৈ কোনেও থাকিব নোৱাৰে বুলি অমুকাই হলফ কৰি কব পাৰো। দ্বিতীয়টো চিগাৰেট জ্বলাও বুলি কেতিয়া ওঠেৰে·চেপি ধৰিছিলো তাৰো মালুম নাছিল।

সেই সময়তে চাৰিজনী সাধু ছোৱালীয়ে উলহ-মালহেৰে হালি-জালি, বেণী নচুৱাই, তৃপ্তিৰ উগাৰ মাৰি মাৰি মোৰ সোঁৱে বাঁৱে থিয় হ'ল। কোনোবা জনীয়ে নাকমুখত আঁচলেৰে সোপা দিলে, কোনোবা জনীয়ে কুহুৰ-কুহুৰ কাহ মাৰি মোৰ মুখৰ পৰা চিগাৰেটটো টান মাৰি উলিয়াই দি দলিয়াই পেলালে।

বিননীয়ে বিনালে, "ধোঁৱাৰে ঘৰটো আন্ধাৰ কৰিও খক পলোৱা নাই ? আমাক ইয়াৰ পৰা খেদিবলৈ খোজে নেকি, দাদা ?"

তেতিয়াহে মই ওপৰ মূৰকৈ নজৰ দি আচল কথাটো বুজিলো। তাইৰ

প্ৰশ্নৰ উত্তৰ নিদি মই মিচিকিয়া হাঁহিৰে কলো, "নতুন সম্বোধনটো শুনি গোলাপ নিৰ্যাসেৰে 'টাৰ্কিচ বাথ' লোৱা যেন লাগিছে, ভনিটী।"

"নহয় নো আকৌ কি?" বন্দনাই বন্দনা কৰিলে, "আমি কাকো ব্ৰাদাৰ-ইন-ল বা ভিনিহি-চিনিহি কব নোৱাৰো হলে।"

"ধন্যবাদ।" মই কলো, "ব্ৰাদাৰ-ইন-ল মানে তো চালা আৰু ভিনিহি — ভিন্-ই-নেহি; গতিকে··· "

কাহিনীয়ে কাহ মাৰি ক'লে, "তেনেহলে কি বুলি মাতিব লাগে বাৰু, শিকাই দিয়ক।"

"উজু উপায়।" মই কলো, "বাইদেওৰ হাচবেণ্ড যদি আইনমতে 'হাচবেণ্ড-ইন-ল' নহব জানো?"

দলনীয়ে দাবি দিলে, "ইস্ নেদেখিছা, বাওনা বপুৰাই জোনলৈ হাত মেলে।"

পুৰণি প্ৰশ্নটোকে বিননীয়ে আকৌ কৰিলে, "বোলো ইমান ধোঁৱা থাই··· "

মই তাইৰ কথাত বাধা দি নিৰ্লজ্জ ভাবেৰে কলো, "ঘাঁ বোৰত প্ৰলেপ দিবলৈ চেষ্টা কৰিছো যাতে সোনকালে শুকায়।"

চাৰিওজনীয়ে খিল্‌খিল্‌কৈ পেঁপা বজালে।

বিননীয়ে সুৰ কোমলাই ক'লে, "আপুনি সাংঘাতিক মানুহ, বৰ বুধিয়ক, বঢ়িয়া ভদ্ৰলোক! আপোনাক জোকাবলৈ আৰু ভয়েই নালাগে। আপুনি অতি চালাক আৰু অখণ্ডাল ··· "

"হেৰা গঙ্গা-যমুনা," মই কলো, "তোমাৰ অতিব'ৰৰ অতিপাত ব্যৱহাৰটো এৰি কোৱাচোন, মই কি দোষ কৰিলো?"

"জানে মিঃ নগৰীয়া," কাহিনীয়ে ক'লে, "বণ্ডিনীহঁতে মনৰ দুখতে আপোনাক এসেকা দিবলৈ অতিপাত বেয়া কাম কৰিছিল। ভাতৰ লগত ওল-কচু কুটি দিছিল। দাইলত জলকীয়াৰ বস, মাছৰ জোলত বৌমাছৰ পিত মিহলাই দিছিল। তাৰ পিছত যেতিয়া আপুনি দাইল-ভাতৰ গৰাহ মাৰি নাকে-কাণে কান্দিলে তেতিয়া সিহঁতৰ মনৰ আনন্দৰ সীমা নাছিল। যেতিয়া ফণীনীয়ে সিহঁতক ভয় খুৱালে যে আপুনি আমাৰ মা'ৰ আগত কৈ দিব··· "

তাইৰ মুখৰ কথা কাঢ়ি নি দলনীয়ে ক'লে, "তেতিয়া সিহঁতে ভয়তে থক্-থক্ কৰে কপিছিল ··· "

বিননীয়ে ক'লে, "আৰু আটাইকেইজনীয়ে দুবৰ পৰা আপোনাৰালৈ হাতযোৰ কৰি ক্ষমা কৰিবলৈও কাকুতি কৰিছিল, কিন্তু আপুনি মুখ তুলি এবাৰলৈকেও কাৰো মুখলৈ নাচালে। তেতিয়া সিহঁতৰ চকু চলচলীয়া হৈছিল।"

বন্দনাই ক'লে, "ময়ো আপোনাক ইসাৰা দি মানা কৰিব খুজিছিলো যে সিহঁতৰ দুষ্কৰ্মৰ কথা মা'ক নকব। পিছে, আপুনি মোৰ ফালেও... "

"তোমাক মই ধন্যবাদ দিছো যে তুমি মোক আগধৰি সাৱধান কৰি দিছিলা আৰু সেইবাবে মাছৰ জোল মুখত দি বতিয়াব নালাগিল। তাৰ পিছত ডিমাৰ ভিতৰত কি দিছিল বাৰু?"

"অ'..." নীলাচলে ক'লে, "আপুনি আগধৰি জানিহে ডিমা নুচুলে নহয়নে? বেছ বুধিয়ক দেও হে।"

কাহিনীয়ে ক'লে, "কণীৰ কুহুমৰ ঠাইত ফণীনীয়ে কেঁচা মাছ সুমাই দিছিল। যেতিয়া সিহঁতে দেখিলে যে আপুনি সকলো সহ্য কৰি মাৰ আগত নোকোৱাকৈ থাকিল তেতিয়া আপোনাৰ বৰ প্ৰশংসা কৰিলে।"

মই কলো, "আৰু কৃতজ্ঞতাৰ চিন স্বৰূপে মাংসৰ কাৰিত কিবাকিবি মিহলাই আনিলেগৈ।"

চাৰিওজনীয়ে একেলগে হাঁহি উঠিল। বিননীয়ে ক'লে, "এৰা, চব মিলাইছিল, মানে বগৰিগুটি, শিলগুটি, জলপাইৰ আচাৰ, খৰিচা, খাৰ আদি বহুত বস্তু তাত আছিল। পিছে ৰণত আপুনিহে জিতিল, সিহঁতৰ মুখ ক'লা পৰিল।"

দলনীয়ে ক'লে, "আপুনি ওস্তাদ। আপোনাৰ বুদ্ধি কিছুমান মোক শিকাব নে ভিনিহি-ইন-ল?"

মই কলো, "ধৈৰ্য্য ধৰা চিণ্টাৰ। মইনো কেলেই? সময় হলেই শিকাও-তাই শিকাব নহয়।"

সেই সময়তে জীয়াভৰলীৰ নেতৃত্বত তাইৰ পাছে পাছে ফণীনী, বাহিনী আৰু টিপনি সোমাই আহিল। মানে পৰ্দ্দাৰ আঁৰৰ পৰাই উৰুলি দিলে। আচৰিত কথা যে প্ৰকৃতিজাত গুণৰ বাবেই হবলা, আগেয়ে উপস্থিত থকা বিলাকৰ জিভাতো আৱাজ উঠিল।

উৰুলি বা আনন্দ-লহৰি, উলহ-মালহ, আনন্দ-উৎসৱ আৰু শুভকাৰ্য্যাৱস্তৰ

মঙ্গলধ্বনি বুলি আগৰ পৰাই জানিছিলো। কিন্তু উৰুলি যে ইমান তৃপ্তিদায়ক, সুখদায়ক, নিচাকাৰক বা মোহকাৰক এই কথা কাহানিও অনুভৱ কৰিব পৰা নাছিলো। বৰলোকৰ বৰ মুখৰ বাণী হিচাবে বতিয়াই দিব লাগিলে কবই লাগিব যে উৰুলি একপ্ৰকাৰৰ মৰ্ফিয়া ইনজেকশ্যন বিশেষ। ইয়াক দিবলৈ বেজী আৰু কানিৰ আৰকৰ আৱশ্যক নাই। ই কৰ্ণ পথেৰে প্ৰবেশ কৰি তড়িৎ গতিত তামাম তবিয়েতত তত নোহোৱা কৰি দিয়েগৈ।

জীয়াভৰলীয়ে পোনেই হেণ্ডশ্বেক কৰি ক'লে, "ধন্যবাদ মিষ্টাৰ নগৰীয়া। আপোনাৰ সৈতে ৰণত হাৰিও ৰং পাইছো। কিয়নো আপুনি খং কৰি গুমৰ ফাক কৰি দি প্ৰতিশোধ নোশোধায়।"

মই বুজিলো যে মই নাকে কাণে কান্দিও মাক বাপেকৰ আগত গুমৰ ফাক কৰি নিদি তাইহঁতৰ পিঠিত ঐ নেপেলোৱা বাবে এই প্ৰশংসা কৰিছে। মই কলো, "এই নিনাও নগৰীয়া ঠিহৰা আৰু মিজিৰা হব পাৰে কিন্তু তাৰ মনটো টেটেৰা আৰু মেমেৰা নহয় জানিবা ৰঙিনী-ৰূপহী।"

এনেতে কোনোবাজনীয়ে "ঠিক কথা" বুলি কৈ বিয়াৰ গীত জুৰিলে—

> "ৰাম ৰাম দৰাৰে চিকুণে
> ৰামৰাম নিনাও বাওনে·· "

বাধা দি মাজতে মই লগাই দিলো—

> "ৰাম ৰাম কইনা চিকুণে
> ৰাম ৰাম মুৰৰে ওকুণে··· "

হাঁহিৰ ৰোল উঠিল। তাৰ পিছত এইদৰে জোৰাফোন্দা দি 'ভলিবল' ভুকুৰা-ভুকি চলিল। শেষত কোনোবাজনীয়ে বগা নিচান উৰুৱাই মজলিছৰ প্ৰস্তাৱ কৰিলে। ডিবেটিং, মজাৰ গল্প আদি চলিল।

মই একদম পাহৰি গলো নেৰিয়াই মাত নিদি গুচি যোৱাৰ কথা, পাহৰিলো সাধুৰ নাগপাশৰ বান্ধত পৰি বন্দী হোৱা কথা আৰু সমুলি পাহৰি গলো যে অমুকা দিলদৰিয়া দালালৰ তাবেদাৰ নগণ্য নিনাও নগৰীয়া। মজলিছৰ যেতিয়া মোখনি পৰিল তেতিয়া ঘড়ীত বাৰ বাজিছে। আটাই-বিলাকে আগ্ৰহেৰে আদৰি মোক শোৱনি কোঠালৈ আগবঢ়াই নি সুখৰ সপোন দেখি দেখি শুই থাকিবলৈ দিহা দি বিদায় লৈ যোৱাৰ সময়ত জীয়া-

ভৰলীয়ে দাঁত জিলিকনি হাঁহি মাৰি ক'লে, "গুড্‌লাক এণ্ড গুড্‌নাইট মিঃ নগৰীয়া।"

"থেঙ্ক ইউ ৰূপহী-বডিনী-দেৱী, গুড্‌নাইট।" মই কলো। আটাইজাকে হাঁহি হাঁহি ওলাই গ'ল। মই দুৱাৰখন বন্ধ কৰি কোঠালীত তেতিয়াহে চকু ফুৰাই চালো। বন্দৱস্তৰ কোনো ত্ৰুটি নাই। মোৰ বেডিংখন খোলাই নাই। স্যুটকেচৰ সৈতে এচুকত থৈ দিছে। সাধুৰ ঘৰৰ পৰাই গাখীৰৰ ফেনৰ নিচিনা সুকোমল শুকুলা শয্যা সজাই থোৱা হৈছে। তাত গাৰু, লেপ আদি সকলো আছে। মুৰ শিতানৰ ফালে খোৱাপানী, তামোলৰ বটা আৰু ছাইদান এখন টিপয়ত থোৱা হৈছে। কাপোৰ থবলৈ এফালে আলনা এখন আছে। তাত গামোচা আৰু এখন চুৰিয়াও থোৱা আছে।

মই স্যুটকেচ মেলি প্ৰথমে উলিয়ালো চিগাৰেটৰ পেকেট এটা। সেই বিষয়ত নেৰিয়াই সমূলি ভুল কৰা নাই। আৰু চাবি পেকেট জমাত থাকিল। তাৰ পিছতে পায়জামা উলিয়াই গাৰ পোছাক সলনি কৰি 'নাইট-ড্ৰেছ' পিন্ধিলো। তাৰ পিছত পানী এগিলাচ খাই, চিগাৰেট এটা পুৰি লেপৰ তলত সোমাই দীঘল নাম ললো।

সেই যে অনিৰুদ্ধ কোঁৱৰে অচেতন অৱস্থাত কেনেবাকৈ আহি অগ্নিগড়ত সুসুপ্ত হৈ পূৰ্ব্বপুৰুষৰ নাম লুপ্ত কৰি গুপ্ত ভাবে থকা অৱস্থাত হঠাতে হাই-হাহাকাৰ, হুঙ্কাৰ-ঝঙ্কাৰ, দা-জেং-লাঠি-যাঠি আদিৰ আক্ৰমণত সাৰ পাই আত্ৰানিত ত্ৰাহি মধুসূদন মাতি আটাহ পাৰিছিল সেই সপোনকে দেখিছিলো নিশ্চয়।

কিবা এটা অব্যক্ত বেদনাৰ উকমুকনিত চিঞৰ এটা মাৰি যেতিয়া সাৰপাই বিছনাতে ধৰফৰ কৰে উঠি বহিলো তেতিয়া হঠাতে নিষ্পত্তি কৰিব পৰা নাছিলো যে মই অগ্নিগডত নে চিতোৰৰ দুৰ্গতহে বন্দী ··

সুকোমল শয্যাৰ পৰা একেজাপে নামি মাটিত, ৰামবিষ্ণু! মাটিত নহয় মজিয়াত ভৰি পৰাৰ লগে লগে চাংবঙলাৰ তক্তাৰ পৰশ পাই তেতিয়াহে ইয়াদ আহিল যে মই সদাশিৱালয়ৰ বন্দী নগন্য নিনাও নগৰীয়া।

আন্ধাৰে-মুধাৰে খেপিয়াই কোনোমতে মোৰ স্যুটকেচৰ ওচৰ পালো। তাতে হাত সুমাই টৰ্চলাইটটো বিচাৰি উলিয়াই আনি পোনেই বিছনাৰ ওচৰলৈ গৈ পোহৰ পেলাই লেপখন ওলোটাই পেলালো।

হে নেৰিয়াৰ পিতলৰ গোঁসাই— !! দেখিয়েই সৰ্ব্ব শৰীৰ জিকাৰ মাৰি উঠিল। কিয়নো তামাম মুৰ শিতানৰ পৰা ভৰি পথানলৈকে মায় গারু-লেপ তেনেই পিলপিলাই আছে, সরু-মজলীয়া-ডাঙৰ নানা ধৰণৰ আৰু বৰণৰ অগণন জীৱ— মানে ওকণি সৈন্য-বাহিনী !! সেই যে বানপানীৰ মাজত কৰবাত অকণমান ঠাই তৰহে থাকিলে তাত নানান আকৃতিৰ ক্ষুদ্ৰ-ক্ষুদ্ৰ অলেখ জীৱে বাজহুৱা বৰমেল পাতেগৈ অবিকল সেই লেখিয়া। তদুপৰি খুদমান নিনাও নগৰীয়াৰ কটীয়া শৰীৰটোৰ নোমৰ গুৰিয়ে গুৰিয়ে ওকণিৰ বৰসবাহ আৰম্ভ হৈ পৰিছে। মুৰত কামুৰিছে, ভুৰুত নাচিছে, পিঠিত পিৰপিৰাইছে, বুকুত জপিয়াইছে — প্ৰতি নোমৰ গুৰিয়ে গুৰিয়ে লৰিঢাপৰি নাচি-বাগি তিঘিল ঘিলাইছে…

লৰালৰিকৈ লাইটটো জ্বলাইলৈ প্ৰথমে ভাবিলো, ওকণি-বধ ভাওনাকে পাতো। তাৰ পিছতে ইয়াদ্ আহিল যে আকাশৰ তৰা গণি ওৰ কৰিব নোৱাৰাৰ দৰে এই অক্ষৌহিনী ওকণি-বাহিনীক ৰাতিটোৰ ভিতৰতে বধ কৰি খতম্ কৰিবলৈ নগণ্য নিনাও বাওনাৰ দৰে আৰু দহজন লগ হলেও শকতিয়ে নুকুলাব। তাকে ভাবি বধ-ভাওনা নাপাতি পহিলতে মোৰ গাটো গৃহস্থৰ গামোচাখনেৰে কোবাই বিছনাতে বহি দিলো কিন্তু কিবা ফয়দা হোৱা বুলি মালুম নহল। অৰ্থাৎ পিৰপিৰণি-কামোৰণিৰ জিৰণি নহল। তদুপৰি মুৰৰ চুলিৰ গুৰিয়ে গুৰিয়ে থাকি কিমান অক্ষৌহিনীয়ে বা কুচ-কাৱাজ কৰিব ধৰিছে তাৰ কি হিচাব আছে? ভুলি এটাত কিমান সৰিয়হ থাকে অনুমানতে কোনোবাই কব পাৰিবনে?

গাৰ মথাৰ বিধান মাৰিব নোৱাৰিলেও ঘঁহনি-পিহনিৰ পাছত পিৰপিৰণি অলপ কমিল। তেতিয়া মুৰৰ মথা নিপাত কৰাৰ বাবে সাধাৰণ বুদ্ধি এটা পাই স্যুটকেচৰ পৰা ফণীখন উলিয়াই আনি মুৰ আচুৰিব ধৰিলো। আচোৰা বুলিলে ঠিক নহয় মানে চুঁচিবহে ধৰিলো। শিল-বৰষুণত ছালত শিলবোৰ পৰি চোতালত বাগৰি পৰাৰ নিচিনা মোৰ মুৰৰ পৰা সাধুবাবাৰ বিছনাত বিৰাট-বাহিনীৰ বীৰবৰ হঁতে ছালৰ শিল মাটিত পৰাদি পৰি বাগৰি ফুৰিবলৈ ধৰিলে। কিন্তু বতাহ-ধুমুহাত বৰগছ বাগৰাদি কিছুমান বৰমুৰীয়া ৱাগৰিল যদিও তাৰ সংখ্যা তেনেই তাকৰ। কিয়নো অমুকাৰ ফণীখন তো আৰু ওকণি-বধৰ অস্ত্ৰ হিচাবে কিনা হোৱা নাছিল।

হুয়োহাতেৰে কচৰৎ চলাব ধৰিলো। তাৰমানে বাওঁহাতেৰে ফণীৰে চুঁচি আৰু সোঁহাতেৰে চুলিৰে সৈতে টানি বপুৰাইতক বগৰাব ধৰিলো। কিমান চুলি উঘলিল কিমান ছিগিল তাৰ কোনো ইয়াত্তা নাই, বতাহত সৰা বাঁহৰ পাতৰ কি লেখজোখ আছে? সদাশিৱ সাধুৰ শুকুলা শয্যা ওকণি আৰু চুলিৰে যেন ধুলি ছাইৰে ভৰি পৰা বাঘছালৰ নিচিনা হ'ল।

কিমান সময় হ'ল, বা কিমান নিশা গ'ল, অথবা নিশাটোৰ আৰু কিমান বাকী আছে নাইবা একে আষাৰতে কবলৈ হলে নিশা গৈছে নে আছে তাৰ কোনো মালুম অমুকাৰ নাই। আৰু নিশাৰ হিচাবৰ পৰা নিনাও নগৰীয়াৰ কোনো ফয়দাও নহয়। পিছে লাহে লাহে হুয়োহাতৰ কাম শিথিলহৈ আহিবলৈ ধৰিলে — অৱশ্যে ওকণি কমা বাবে নহয় দেই। কিয়নো অথনি দলনীয়ে কোৱা কথাষাৰ মনত পৰিল যে গোটেই নগৰখনৰ ওকণি গোটালেও ইইঁত তিনিজনীৰ সম-সংখ্যক নহব। এতেকে মনত ভাব হ'ল যে এই ৰক্তবীজৰ বংশক যে কোনোবা জনমত নিৰ্ব্বংশ কৰিব পাৰিম তেনে আশা নাই। তথাপি হাত শিথিল হোৱাৰ সেইটো কাৰণ নহয়; আচলতে ফণীৰ হুলৰ খোচনিত আৰু আন হাতৰ টাননিত মূৰৰ ছাল বাৰুকৈয়ে কাহিল হৈ পৰিছে।

ফণীখন বিছনাতে দলিমাৰি থৈ বিছনাৰ পৰা দূৰত থকা চকীখনত বহি নিজৰ মনতে প্ৰশ্ন উঠিল— উপায়?···নিৰুপায়। তেন্তে?···হঠাতে মনত পৰিল। অসহায়ৰ সহায়, বিপদৰ বন্ধু, বুদ্ধিহীনৰ বুদ্ধি চিগাৰেটৰ কথা। হাত মেলি আনি এটা জলাই হুপিবলৈ ধৰিলো। প্ৰথমটো শেষ হবলগীয়া হ'ল, বুদ্ধি নোলাল। ইপিনে মূৰটোত চেকচেকাইছে, ভকভকাইছে নে ফৰফৰাইছে তৎ ধৰিব নোৱাৰো। তাৰে মাজে মাজে ওকণি-বাহিনীৰ জোভৰ খোচনিয়ে তৰণি নোহোৱা কৰিছে। দ্বিতীয়টো চিগাৰেটৰ আধামান ছাই হোৱাত শুনিলো ক'ৰবাত কিহবাই মাতিলে? কিহে মাতিলে? আকৌ এবাৰ শুনিলো, এইবাৰ ভুল হোৱা নাই। হঠাতে মনত পৰিল, সেই যে যশোদা মায়ে তাহানি মাতিছিল— 'কেহুই দিলে জালি, উঠা বনমালী, ৰজনী প্ৰভাত ভৈলা···'। তাৰমানে 'তিমিৰ ফেৰিয়া ৰাজ ৰবিৰ কিৰণ' হবলৈ আৰু বেছি পৰ নাই। অমুকাৰ অন্তৰৰ অন্তঃস্থলত আৰাম,কৰি শুই থকা বুদ্ধিৰামেও সাৰ পাই কাণমূৰ জোকাৰি থিয় হ'ল।

কিবা এটা উপায় কৰিবই লাগিব। মনত পৰিল, সেই তাহানি কালত কোনোবা পণ্ডিত প্ৰৱৰে প্ৰথম নম্বৰৰ পৰামৰ্শ এটা শিকাই থৈ যোৱাৰ কথা—"সৰ্ব্বনাশে সমুৎপন্নে অৰ্দ্ধং ত্যজতি পণ্ডিত :... "

কিন্তু মোৰ যে আকৌ একেটা সৰ্ব্বনাশ নহয়— দুটা। প্ৰথমতে বন্দী আৰু দ্বিতীয়তে ওকণি। তাৰেই সম্প্ৰতি প্ৰধান হৈছে ওকণি মুক্ত হোৱাটো আৰু তাৰ পিছতহে বন্দীমুক্ত অৱস্থা হৃবলৈ ভাবিব পৰা হব। তেন্তে দুটা সৰ্ব্বনাশত আধা আধাকৈ ত্যাগ কৰিব লাগিলে দেখোন নিনাও নগৰীয়াৰ পৈতৃক সম্পত্তিটো সদাশিৱালয়তে এৰি থব লাগিল। দিলদৰিয়া দালাললৈ কিটো থাকিব ? . আকৌ হুতাশ হৈ বানপানীত কলগছ ওপঙাদি ভাহি থাকিলো। বুদ্ধি বপুৰাই বিবেচনা-সমুদ্ৰ মন্থন কৰিবলৈ ধৰিলে।

মহাভাৰতে নে মনুমুনিয়ে নে কোনে কৈছিল জানো-- 'পৰাৰ্থে পৃথিবীং ত্যজেৎ', তাৰমানে আজিকালি বহু-বহু বৰ মূৰীয়াই যে পৰৰ মানে ষ্টেটৰ, অৰ্থ মানে টকা মাৰি অৰ্থাৎ পৰৰ অৰ্থৰে পৃথিবী ত্যাগ কৰি অৰ্থাৎ সাত সমুদ্ৰ তেৰ নদী পাৰ হৈ একদম বিলাত বা আমেৰিকাত নিবাস কৰেগৈ সেই নীতিৰে 'আত্মানং সততং ৰক্ষেৎ।' তাৰমানে নিজক সদায় ৰক্ষা কৰিব লাগে। এতেকে এই আপ্তবচন আকোৱালি ধৰি অমুকায়ো স্থিৰ কৰিলো যে শাহু আৰু সাধু, এই দুইৰ মূৰত কঠাল ভাঙি দেশ-ছাড দিয়া উচিত।

তৃতীয় চিগাৰেটটো ছাই হ'ল। তিমিৰ ফেৰিয়া ৰবিৰ কিৰণো অহাৰ আগজাননী দিলে। বুদ্ধিবাম্মো পকা হ'ল অৰ্থাৎ পগোৱা কুঁহিয়াৰৰ ৰস গুৰ হোৱাৰ দৰে গোট মাৰিলে। সংকল্পমতে সা-সজুলি লৈ অমুকা বাথৰুমত সোমালোগৈ।

## তেৰ

প্ৰায় দুঘণ্টা ধৰি অশেষ পৰিশ্ৰম কৰাৰ অন্তত মনৰ সংকল্পমতে সকলো কাম সমাধা কৰি সদাশিৱৰ চুৰিয়াখন লুঙিৰূপে আৰু মোৰ স্যুটকেচত থকা গেৰুৱা নহলেও মটীয়াৰঙৰ টাৱেলখন গাত নামাৱলী ৰূপে লৈ যেতিয়া বাথৰুমত থকা আৰ্চীখনত নিজৰ চেহেৰাটোলৈ নিৰীক্ষণ কৰিলো তেতিয়া নিজৰ মনতে প্ৰশ্ন উঠিল যে এইটোৱেই নিনাও নে নিনাওৱেই এইটো ? পেটে পেটে সন্তুষ্টিৰ হাঁহি উঠিল যদিও মুখখন শাওণমহীয়া ভাৱৰীয়া আকাশৰ দৰে

ওলোলাই ৰাখিলো। তাৰ পিছত কোঠালৈ আহি বাহিৰ ফালৰ দুৱাৰখনৰ খিলটো নমাই থৈ কোনৰ ফালে থকা টেবিলখনৰ ওপৰত বহি শিৱনেত্ৰ হৈ ধ্যানামগ্নযোগী ৰূপে সমাধিস্থ ভাবেৰে বৈ থাকিলো।

সাধুকন্যা সবে মুখেৰে কলৰৱ কৰি ভৰিৰে চাংবঙলা কঁপাই দুৱাৰৰ বাহিৰত কোলাহল কৰিলেহি। ভিতৰৰ পৰা নেদেখিলেও সবাৰে আগত নিশ্চয় জীয়াভৰলী আছিল বুলি অনুমান কৰিলে ভুল নহব। কিয়নো সিহঁত কেজনীয়েই যে ওকণি-সন্য-বাহিনী শুকুলা শয্যাৰ গাৰু আৰু লেপৰ আঁৰত সুৰক্ষিত কৰি থৈ গৈছিল এই কথা মই হলফ্ কৰি কবলৈ ৰাজী আছো। গতিকে ৰণত ঘাইলহৈ মোৰ কিমান হৰকত্ হ'ল আৰু লগতে বেকায়দাত পৰি কিমান তকলিফ্ পালো তপতে তপতে চাই মজা উপভোগ কৰিবলৈ তাইহঁতে প্ৰথম শাৰীত থাকিবই। আন এটা উদ্দেশ্য এই যে তাইহঁতৰ চক্ৰান্তত হায়ৰাণ হৈ খঙৰ তমক-ভমকৰ কোবত যদি মই সাধু-গৃহিণীৰ আদালতত মামলা দায়েৰ কৰিবলৈ তপতিয়াৰ হৈ আছো তেন্তে হয়তো কিবা এপালি গা-জুৰণি দাৰাই প্ৰয়োগ কৰি মোৰ খং শাত পেলাবলৈ চেষ্টাও কৰিব। যি নহওক—

দুৱাৰত হেচা দিয়াত দুৱাৰ মেল খালে। হেচা ঠেলাকৈ সেই চাৰিজনীয়েই প্ৰথমে কোঠাৰ ভিতৰ পালে। সাগৰৰ এটা ঢৌ আনটোৱে ঠেলি অনাৰ দৰে বাকী কেইজনীয়ে পাছৰ ফালৰ পৰা হেচি ঠেলি ভিতৰ সোমাল।

অফিচত ময়ূৰপঙ্খীৰ চকুৱে ভাৰত নৃত্যম্ কৰাৰ দৰে মোৰ নয়ণেও নৃত্য কৰিবলৈ আৰম্ভ কৰিলে যদিও অমুকা তদগতচিত্তেৰে ধ্যানমগ্ন হৈয়েই থাকিলো।

"উ-ৰাঁ-ৰাঁ !!" জীয়াভৰলীৰ আৰ্ত্তনাদ। তাৰ পিছতে তাইৰ অনুচৰী কেজনীৰ নিনাদ—"উ-উ-ৰাঁ···! হু-উ-ৰাঁ !! হুঁ-ৰাঁ···!!!" চাৰিওখন মুখ ভালকৈ দেখা নগল যদিও ভালদৰে মেলাই যে থাকিল তাক অমুকাই অনুমানতে বুজিলো। পাছৰ শাৰীৰ কেজনীয়ে তাৰ পিছতহে আচৰিত হৈ কিবাকিবি সুধিলে।

নীলাচলে সুধিলে, "এওঁ কোন, ক'ৰ পৰা আহিল ?"
গঙ্গা-যমুনাই উচ্চাৰিলে, "মিঃ নগৰীয়া কলৈ গ'ল ?"
বিনন্দীয়ে বিনালৈ, "সন্যাসী ল'ৰা ! আহিল কৰপৰা ?"

দলনীয়ে ক'লে, "আয়ে দেহি! ইমান সক ল'বা বাবাজী হোৱা আগেয়ে দেখা নাছিলো। ৰঙিনী বাইদেও, মিঃ নগৰীয়া কলৈ গ'ল?"

নগৰীয়া কলৈ গ'ল, সেই প্ৰশ্নৰ উত্তৰ ৰঙিনীহে নালাগে তাইৰ মাক খঙিনীয়েও হঠাতে দিয়া টান। তাইৰ মানে ৰঙিনীৰ ৰং যে বিলকুল শেতাপৰি ছাই ৰং ধৰিছিল আৰু এই অপূৰ্ব্ব দৃশ্য দেখি তাই যে বেকুব বনি গৈছিল সেই কথা অনুমানতে তং কৰিব পাৰি অমুকাই পেটে পেটে হাঁহিলো। দুজনীমানে খটাখট্ কৰে বাথৰূমৰ ভিতৰলৈ গৈ চাই ঘূৰি আহিল।

কোনোবা এজনীয়ে সককৈ প্ৰশ্ন কৰিলে, "কোন তুমি···আপুনি? বাবাজী··· "

কোনোবাজনীয়ে তাইক ধমক দিলে, "চুপ্, গোলমাল নকৰিবি, ধ্যানভঙ্গ কৰিলে খং উঠি শাওপাত দিব। মেনকা অপেস্বৰীৰ গল্প নাজান?"

বিননীয়ে ক'লে, "ওলা ইয়াৰ পৰা সকলো। মই মাতি আনোগৈ দেউতাক।" বুলি তাৰপৰা লাহেকৈ বাহিৰ ওলাল। আৰু দুজনীও যে তাইৰ পাছে পাছে ভিতৰলৈ লৰি গ'ল সেই কথা সিহঁতৰ খোজতে গম পালো। বাকী কেজনী বাৰাণ্ডালৈ ওলাই তাতে ৰৈ থাকিল।

অথনিৰ পৰাই মই ভাবিছো সেই যে কোনোবা বাবাজী নে আচাৰ্য্যই আশ্চৰ্য্য ৰকমৰ কিবা উদগাৰ নে মুদগৰ গোটাচেৰেক মানৱকুলৰ মোহনিদ্ৰা ভঙাৰ উপায় কৰি থৈ গৈছিল তাৰেই দুই এটা জোৰাফোন্দা দি সময়ৰ শৰ মাৰি দিব পাৰিলে শেষ ৰক্ষা হ'ব পাৰে। অন্যথায় পাতৰ সৈতে নাকো যাব। সংস্কৃতৰ স্তবক ফাঁকি দি দি কিযে ভুল কৰিছিলো আজিহে তাৰ ইয়াদ্ হ'ল। তথাপি এবাৰ শেষ চেষ্টা কৰি চাবই লাগিব।

খানিকমান সময়তে খৰতকীয়া খোজত সদাশিৱ সাধুৱে আহি দুৱাৰমুখ পাই তাৰপৰাই ভুমুকি মাৰি 'উ-ৱা!' উচ্চাৰণ কৰি নিশৱদেৰে ভিতৰ সোমাল। তাৰ পিছতে নিশ্চয় ভালকৈ নিৰীক্ষণ কৰিলে হবলা। আকৌ এবাৰ "উ-ৱা! কৰ লৰা-বাবাজী?" কৈ হাতযোৰ কৰিলেনে নাই নেদেখিলো যদিও বৰ কোমল মাতেৰে মাতিলে, "বাবা, বাবাজী?"

হাঁহিটোৱে পেটৰ পৰা উৰ্দ্ধমুখীহৈ আহিছিলেই, পিছে সেই যে কণ্ট্ৰোলৰ বস্তু চৰকাৰে বেচিবলৈ পাৰ্মিট ইছু কৰিলেও গুদামত বস্তু ৰাখি দোকানীয়ে 'বস্তু নাই' বুলি কৈ গ্ৰাহক ফিৰাই দিয়ে, সেইদৰে হাঁহিটো পেটৰ গুদামলৈ

ফিৰং পঠিয়ালো। ইপিনে সমাধিত তেনেই তন্ময় হৈ পৰিছো— যেন মাৰ্বলৰ মূৰ্ত্তিটোহে।

আকৌ এবাৰ মাতিলে, "বাবা, বাবাজী ?"

মই মোহৰ মূৰত মুদ্গৰ মাৰিবলৈ বহু তকলিফ কৰিও মুদ্গৰ নাপাই উদ্গাৰ মাৰিলো শিৱাষ্টকমৰ পৰা— "ওম্···প্ৰণমামি শিৱং শিৱ কল্পতৰুং··· প্ৰমথাধিপ সেৱকৰঞ্জনকং মুনি-যোগিমনোঽম্বুজষট্পদকম্। ভজতোঽখিল দুঃখসমূহহৰং, প্ৰণমামি শিৱং শিৱ কল্পতৰুম্ ॥···ওম্ ব'ম্ ব'ম্ বম্ ব···ম্··· "

সদাশিৱে উচ্চাৰণ কৰিলে, "উ-ৱা···হে প্ৰভু ব'ম ভোলানাথ, হে আশুতোষ, নীলকণ্ঠ মঙ্গলময় ঈশ্বৰ দয়াকৰা ; প্ৰসন্ন হোৱা প্ৰভু।" তাৰ পিছত তেওঁৰ ছোৱালীহঁতক ক'লে, "মহাদেৱ লভিছে, সকলোৱে ভক্তিভৱে সেৱা কৰহি··· "

তেওঁৰ কথা শুনি মই বুজিলো যে সাধুবাবাই নিজেও নিশ্চয় হাতযোৰ কৰিছিল। মোৰ চকুতকৈ তেওঁৰ হাত ওপৰত থকা বাবে মই নেদেখিলো। মুখো দেখা নাই যদিও অনুমান কৰিলো যে তেওঁৰ ওঠৰূপী 'পানী জোক' দুটা ইকাণ-সিকাণ চুইছিল। আটাইবিলাক সাধু নন্দিনীয়ে আগুৱাই আহি মোৰ ভৰি চুই নীৰৱে বন্দনা কৰি চাৰিওফালে আগুৰি ধৰিলে। মোৰ সাউৎ কৰে মনত পৰি গ'ল বাবা উমানন্দৰ শিৱ-চতুৰ্দ্দশীৰ তিথিটো। আকৌ এটা স্তোত্ৰই আহি মনত খুন্দা মাৰি দিয়াত গালো—

"গিৰিৰাজ সুতান্বিতবামতনুং তনুনিন্দিতৰাজতভূমিধৰম্।
বিধিবিষ্ণু শিৰোধৃতপাদযুগং প্ৰণমামি শিৱং শিৱকল্পতৰুম্ ॥"

মোৰ মুখৰ পৰা ওলোৱাৰ লগে লগে শেষৰ ছন্দটো আটাইখনে সুললিত সুৰেৰে ঝঙ্কাৰ তুলিলে—

"প্ৰণমামি শিৱং শিৱকল্পতৰুম্··· "

মোৰ আকৌ এটা মনত পৰাত লগাই দিলো—

"জগদুদ্ভৱপালননাশকৰং ককণেশগুণত্ৰয়ৰূপধৰম্।
প্ৰিয়মানৱসাধুজনৈকগতিং প্ৰণমামি শিৱং শিৱকল্পতৰুম্ ॥"

লগে লগে আইদেওহঁতে সুৰৰ ধ্বনিৰে গোটেই কোঠা এনেকি গোটেই চাংবঙলা মুখৰিত কৰিলে।

মই গম পালো সেই সময়তে ঘৰৰ আনবিলাকো, হয়তো ওচৰ চুবুৰীয়াও যদি কোনোবা ভিতৰত আছিল, আহি বাৰাণ্ডা ভৰি পৰিল। তাৰে কেজনীমান কোঠাৰ ভিতৰতো সোমাল। তাৰে লগতে আই অন্নপূৰ্ণাৰ মাস্তলটোও সোমাই সৰুকৈ কিবা টেঁটালে। তাৰে উত্তৰত সাধু দেৱে কোৱা শুনিলো, "ৰাতিটোৰ ভিতৰতে লৰাটিৰ গাত মহাদেৱ লম্ভিছে! সেৱা জনোৱা।"

মোৰ চকু পাৰোমানে কৈঁৰা কৰিও মাস্তলে যদি হাতযোৰ কৰিলে তাক নেদেখিলো। সাধুৱে দুখোজ আগবাঢ়ি মোৰ ফালে বৰকৈ নিৰীক্ষণ কৰি ঘৈণীয়েকক সৰুকৈ কোৱা শুনিলো, "এই চব বিভূতি-তিলক-সেন্দুৰ আদি তেনেই আচল। কৰপৰা কেনেকৈ আহিল চোৱা? তুমি দেৱতাৰ কথা বহুসময়ত উৰাই নিদিয়ানে? দেখিলা এতিয়া? প্ৰভু আশুতোষ তুষ্ট হলে মৰি শুকাই থকা গছতো ফল ফলে আৰু ৰুষ্ট হলে জগতত প্ৰলয় হৈ ছাৰখাৰ হৈ যায়।" তাৰ পিছত হাতযোৰ কৰি মোক সম্বোধন কৰিলে, "বাবা, বাবা ভোলানাথ · আদেশ কৰা বাবা।"

মই মুৰ একে প'জতে ৰাখি উচ্চাৰণ কৰিলো, "ওম্, ব'ম্ বম্··· "

সেই সময়তে — তুঁহৰ জুইত সুমাই থোৱা কঠালৰ গুটিয়ে বোমা ফুটি কপালত খুন্দা মৰাৰ দৰে, মোহ-মুদ্গৰৰ বোমা ফুটি মোৰ বুকুত খুন্দা মাৰিলে। লগে লগে গালো, "ভজ গোবিন্দং স্মৰ গোবিন্দং গোবিন্দং ভজ মূঢ়মতে··· "

সেই সময়তে বৈঠকখানাৰ ফালৰ পৰা ব্যস্তভাবে অহা কেজনমানৰ খোজৰ ভৰত চাংবঙলা কপিছিল। তাৰ পিছতে মোৰ কোঠালৈ অহা দুৱাৰত কেইটামান খুন্দা মাৰিলে। সাধুৱে উচ্চাৰণ কৰিলে, "কোন?" কিন্তু তেওঁ উত্তৰ নাপালে। তাৰ সলনি বৈঠকৰ পৰা বাৰাণ্ডালৈ যোৱা খোজৰ শব্দ শুনিলো আৰু মোৰ কোঠাৰ দুৱাৰৰ সমুখত — 'হে গলগ্ৰহৰ পিতলৰ গোসাঁই' — যাৰ মাত শুনি মোৰ মূৰৰ পৰা ভৰিলৈ সিৰসিৰাই পিৰপিৰাই গ'ল, তেওঁ আন কোনো নহয়, মোৰ মুনিব হতশ্ৰীমতী দিলদৰিয়া দালাল আৰু তেওঁক বাট দেখুৱাই আনিছে যাক মই অবাধ্য দোষত্ কালি গধূলিৰ পৰা গালি পাৰি পাৰি, এশ এবুৰি মান নৰকত চুবকাইছিলো, সেই অমুকাৰ গলগ্ৰহ-চপনীয়া-চাপ্ৰাছি-ভাই নেৰিয়াৰাম।

দিলদৰিয়াই কঠুৱা মাতেৰে কৈছে, "বাট এৰা, চাওঁ কত আছে আমাৰ জেনেৰেল মেনেজাৰ মগৰীয়া?" মাতটো শুনি প্ৰমাণ পালো যে তুলাৰ

দৰে মেঘত বিদ্যুৎ থাকে। মই নেদেখিলেও হলক কৰি কব খোজো যে সমুখত বাট আগুৰি থকা আদমি চৰে চকখাই কাষৰীয়া হৈ বাট এৰি দিছিল।

নেৰিয়াই আদেশ দিছিল, "গুচা, গুচা আই মেডাম আহিছে, দেখা নাই?"

অমূকা বোমভোলা নাথে কৈলাশৰ শ্মশানৰ পৰা পতিতহৈ একে আফালতে শিলঘাটৰ সদাশিৱৰ আশ্ৰমত পৰি ভিতৰি ভিতৰি নিনাও বাওনা হলো যদিও বাহিৰৰ গাম্ভীৰ্য্য বজাই ৰাখি মনতে ভাবিছো— এতিয়া হাঁহিম নে কান্দিম, নাচিম নে জপিয়াম? সদাশিৱক আমাৰ বাবা ৰুদ্ৰদেৱৰ তাণ্ডৱ নৃত্যটোৰ নমুনা দেখুৱাই দিম নেকি বাপেকে? কিন্তু একোকে কৰা নহল। ইপিনে পাহৰি যোৱা মোহ-মুদ্গৰ আটাইবোৰে আহি মনৰ মোনাত সুমাই টিনত জীয়াই থোৱা কাৱৈ মাছৰ দৰে ঘৰমৰ কৰিব লাগিছে। গতিকে শলশলীয়া ভাবে তাৰেই আবৃত্তি চলালো।

প্ৰথমে নেৰিয়াই ভিতৰ সোমাই দুহাতমান দূৰৰপৰা তাৰ নিজা সুৰত নাদনি মাৰিলে, "ঔ মোৰ পিতলৰ গোসাঁই ঔ!! মই নমৰাইহে ভাল প্ৰভু!! হুজুৰ, দেউতা ঈশ্বৰ, মোৰ প্ৰভু ঈশ্বৰ···?"

সেই সময়ত মই আবৃত্তি কৰিছো, 'মা-কুৰু ধন-জন-যৌৱন গৰ্বম্ হৰেতি নিমেষাৎ কাল সৰ্বম্·· "

দিলদৰিয়াই শিলভঙা মেচিনৰ দৰে আৱাজেৰে — ভেটীথাই মৌচাক ওলোমাদি ওলোমা সদাশিৱ সাধুৰ বৰপেটটো কোঁচ খুৱাই দিলে, মানে গাৰ্জনি মাৰিলে, "কি কাৰচাজী এইখন? বাতিটোৰ ভিতৰতে আহুদি খুৱাই নে ভূত লম্ভাই দি মোৰ জেনেৰেল মেনেজাৰক পগলা কৰিলে। ইয়াৰ বাবে কোম্পানীৰ পৰা মই পঞ্চাশ হাজাৰ ক্ষতিপূৰণ আৰু তেওঁৰ ৱাইফৰ ফালৰপৰা লাখ টকাৰ ক্ষতিপূৰণ দাবি কৰি মামলা কৰিম। এতিয়াই পুলিচ আনি তামাকাহা দেখুৱাম।"

মই পেটেপেটে ওকদি ভেমত গভাটোপৰ সাতপুৰুষ যেন হৈ পৰিলো। হাই পাম্প কৰা বেলুনৰ নিচিনা বোমা ফুটিলেই ৰক্ষা। কিয়নো হতশ্ৰীমতীয়ে মোৰ 'ৱাইফৰ' পৰাও ক্ষতিপূৰণ বোলা বি কথা কলে সেই কথা শুনি — সেই যে হনুমন্তই জন্মিয়েই ৰঙা বেলিটো খাবলৈ উৰা মাৰিছিল, সেইদৰে

নিনাও বাওনায়ো জাপ মাৰি কৈলাশৰ শ্মশানলৈ গৈ বাবা ভোলানাথৰ প্ৰসাদ কেইচিলিম মান পুৰি ছাই কৰি আহিবলৈ মন গ'ল।

বোলো যি বাওনাই ৰভাৰ তলত সভাৰ মাজত কইনাৰ পাছত 'ভৈলো তব দাসানুদাস' মন্ত্ৰ গাই চক্ৰবেহুৰ পাকত পাক ঘূৰণি খোৱাৰ কথা সপোনতো দেখা নাই — তাৰ হেনো ৱাইফ !! তাকেই কয় 'নৌ ছুৱতে কৰীয়াই গোৰঘোৰায়।'

শিলঘাটৰ সদাশিৱৰ মূৰত শিল পৰিল হবলা। তেওঁৰ কুশ্ৰী মুখখন দেখা নাপালো যদিও এই কথা তেওঁৰ মুখৰ মাততে মালুম হ'ল যে পানীজোঁক ডুভাল কাণ দুখনৰপৰা কোঁচ খাই আহি নিশ্চয় দীঘল নাকৰ তলত থোপোৰা হৈছেহি। তেওঁ বৰ কাতৰ ভাবেৰে ক'লে, "নহয় মেডাম, আপুনি মোক বিশ্বাস কৰক, তেনেকুৱা কোনো কাম আমি কৰা নাই। এই শিলঘাট নগৰত মই মুখ্য আৰু গণ্য-মান্য মানুহ। তেওঁ যে বিয়া কৰাইছে সেইকথা ‥ "

হঠাতে মোৰ চপনীয়া নেৰিয়াৰামে সাধুৰ কথাত জোৰা লগাই দিলে, "এই নেৰিয়াৰামে কোৱাতো আপুনি অবিশ্বাস কৰি মোক ধমক দিছিল দেউতা। এতিয়া মিছা নামাতিব কিন্তু।"

হে হৰি ! এলাপেচা ভকত নহয় মোৰ নেৰিয়া ভাই ! সি সদাশিৱৰো কাণ কাটিলে। ইচ্ছা হ'ল যেন 'চাবাইছ মোৰ ভাই নেৰিয়া' বুলি তাৰ ডিঙিত ধৰি কিবা এটা নৃত্যম মাৰি দিওঁগৈ। কিন্তু গুমৰ ফাক নকৰি মুদগৰকে চলাই থাকিলো।

নেৰিয়াৰ কথাত সাধুৰ গৰ্ভলৈকে টেঙা লাগিল হবলা। তেওঁৰ মাত হৰিল। দিলদৰিয়াই আৰু আগুৱাই আহি ক'লে, "মিঃ নগৰীয়া, মই তোমাৰ ৱাইফক লৈ আহিছো, এইপিনে চোৱা প্ৰকৃতিষ্ঠ হোৱা, নগৰীয়া··· ?"

কয় কি ? মোৰ ৱাইফ !! আটাইখনে ভাং খালে নে মইহে সিদ্ধি খালো ?? তথাপি মোৰ গুমৰ ফাক নকৰি গাই দিলো, "কা তৱ কান্তা কস্তে পুত্ৰঃ, সংসাৰোহয়মতীৱ বিচিত্ৰঃ, কস্য ত্বং ৱা কুতঃ আয়াতঃ, তত্ত্বং চিন্তয় তদিদং ভ্ৰাতঃ··· "

এনেতে দিলদৰিয়াৰ গাতে ওৰণি লৈ থকা জনীয়ে কান্দি পেলালে, "উহুঁঃ···হুঁঃ···হুঁঃ···উঃ··· ? "

মই মনতে উচপ খাই ভাবিলো, 'হে নেৰিয়াৰ পিতলৰ গোসাঁই, তুমিহে ঈশ্বৰ প্ৰভু!' কিয়নো যাৰ কান্দোন শুনি মোৰ চকুৱে পাকমাৰি কেঁৰা নজৰেৰে যাক মুলাকাত কৰিলে, তাই ময়ূৰপঙ্খী-শুকুলা-শ্যামা, দিলদৰিয়াৰ চেক্ৰেটৰী!

বোলো চোৰকো মোৰে পালে, লোহাকে মামৰে খালে। মই ভাবিছিলো যে জালচাজি কৰি মিছাক সঁচাৰে টালিবাজি কৰাত ময়েই এক নম্বৰ হাৰামী কিন্তু এতিয়া দেখিলো যে ইহঁতে মোক কাণত ধৰি কেবা বছৰো নচুৱাব পাৰে। এই নেৰিয়া, দিলদৰিয়া আৰু ময়ূৰীয়ে দিনকে ৰাতি কৰিলে। ৰ'দতে ডবাপিটা বৰষুণ বৰষি সদাশিৱ সাধুৰ মাৰনাৱখন শুকান বালিৰ ওপৰতে বুৰাই দিলে। পেটে পেটে ভাবিছো, এতিয়া কি বুদ্ধিৰে তৰা যায়? মাতিলেও বিপদ নামাতিলেও তথৈবচ। ইপিনে মোহ মুদগৰৰ ভঁৰালো উদং। দুই এটা দ্বিতীয় এনেকি তৃতীয় বাৰো আবৃত্তি কৰা হ'ল।

হঠাতে দিলদৰিয়াই ময়ূৰীক ক'লে, "তুমি মাতবোল লগাই তেওঁক শুশ্ৰূষা কৰি ভাল কৰা আই। আমি বাহিৰলৈ ওলাওঁ।" বুলি কোঠাত থকা আটাই বিলাকক ইঙ্গিতেৰে বাহিৰলৈ উলিয়াই নিজেও ওলাই গ'ল। মই ময়ূৰীক চকু টিপ মাৰোতেই তাই ততালিকে দুৱাৰখন বন্ধ কৰি দি পৰ্দাখন টানি দিলে। মই ডাঙৰ ডাঙৰকৈ আকৌ এবাৰ 'কা তৱ কান্তা' আবৃত্তি কৰিলো।

কম ওস্তাদ নহয় এই ময়ূৰপঙ্খী-শুকুলা-শ্যামা। মানে তাই চকু মুখেৰে মন জুৰোৱা হাঁহি মাৰি নাকেৰে বাহিৰৰপৰা শুনাকৈ কান্দিবলৈ ধৰিলে, "উ-হুঁঃ-হুঁ-হুঁ উঃ···।" মই নিজৰ বুকুত হাত নিদি তাৰমানে সদাশিৱৰ বুকুত হাত দি কব পাৰো যে এই শুকুলা শ্যামাই কোনোবা ডিক্টেটৰ বিধৰ ডিৰেক্টৰৰ হাতত পৰা হলে নিশ্চয় 'ফিল্ম-মুন্' অনায়াসে হব পাৰিলেহেঁতেন।

তাই মোৰ ডিঙিত ধৰি কাণৰ ওচৰলৈ মুখখন আনি ফুচফুচাই ক'লে, "আপোনাৰ চাপ্ৰাছি নেৰিয়াকাই বৰ টেঙৰ মানুহ। তেওঁ মুনিবে সৈতে শেষ নিশা মানে চাৰিবজাত আমাৰ ঘৰলৈ গৈছিল। মোৰ ঘৰৰ মুনিবে সৈতে অফিচৰ মুনিবে কথা পাতি থাকোতে মোক টিপ দি ভিতৰলৈ মাতি নি আপোনাৰ বিপদৰ কথা কৈ দিহা সুধিলে। মই ভাবিলো যে

সাংঘাতিক বোমাঞ্চ এটাও হব আৰু লগতে আপোনাক নিৰাপদে উদ্ধাৰ কৰি লৈ যাব পাৰিম··· ”

মোৰ মনত পৰিল— ‘কাকনো বুলিবা ককা, আটাইৰে ডাঢ়ি-চুলি পকা।’ নগণ্য নিনাওতকৈ দিলদৰিয়া চৰা, তাইতকৈ নেৰিয়া আৰু এই ময়ুৰী· তাতোকৈ এখোপ চৰা।

অষ্টবজ্ৰ সন্মিলন হোৱাত উৰ্ব্বশী উদ্ধাৰ হৈছিল বুলি শাস্ত্ৰত লিখা আছে। এতিয়া মোৰ ফালৰ চতুৰ্বজ্ৰ আৰু জীয়াভৰলীৰ ফালৰ চতুৰ্বজ্ৰ মিলি অষ্টবজ্ৰ হ’ল যেতিয়া নিনাও উৰ্ব্বশী (পুং) উদ্ধাৰ হবলৈ পলম নাই।

মই সুধিলো, “পিছে শেষ ৰক্ষা কৰা যায় কেনেকৈ প্ৰিয়তমা ?”

তাই উচাট মাৰি মুখখন ঘূৰাই ক’লে, “ছিঃ প্ৰিয়তমা কেনেকৈ হম ? মই জানো আপোনাক বিয়া কৰাইছো ?”

“ঠিক কথা, আল্লাৰ কচম, ময়ো তথৈবচ।” মই কলো, “কিন্তু এই ৰোমাঞ্চকৰ ঘটনা তাতে আকৌ তোমাৰ ৰোমাঞ্চ। সেইবাবেহে ৰংচঙীয়া শব্দটো কৈছিলো। তিতা লাগিছে যদি ফিৰাই দিয়া। পিছে যৱনিকা মানে আঁৰ কাপোৰ পেলোৱাৰ কি দিহা হব ?”

তাই ক’লে, “সেয়া বুদ্ধি মই দিম বাৰু। পিছে কওকচোন এতিয়া, এইখন কি কাণ্ড ? একেবাৰে বেবী-বোমভোলা হৈ পৰিল কেনেকৈ ? এইবোৰ বিভূতি-ফোট-তিলক, গেৰুৱা নামাৱলী লগতে লৈ আহিছিল নেকি ?”

মই সংক্ষেপতে সকলো কথা কৈ ওকণি বাহিনীৰ কথা কবলৈ আৰম্ভ কৰাত তাই দাঁত ছেলাই হাঁহি থাকিল। তাৰ পিছৰ ঘটনাটো কবলৈ ধৰিলো, “··· ‘পৰুৱাই পৰ্ব্বত খহায়’ বুলি যে কথা এটা আছে মিছা নহয় বুজিছা সুন্দৰী ? ওকণি বাহিনীয়ে মোৰ অঙ্গে-পৃষ্ঠে-ললাতে মূৰৰ পৰা ভৰিলৈকে তামাম লোমকূপত ট্ৰেঞ্চত আশ্ৰয় লোৱা চিপাহীৰ দৰে আশ্ৰয় ললে। কামোৰণি-সুৰসুৰণি-পিৰপিৰণিত তৎ নাই। গাৰ ছাল বখলা-বখলি হ’ল। শেষত সুবুদ্ধিটো পাই স্যুটকেচৰপৰা ‘চেফটি-ৰেজৰ’ খন উলিয়াই নি বাথৰুমত গোটেই গা নিৰ্লোম কৰি ওকণিয়ে লোমে আটাইবোৰ তুলি আনি বিছনাত সযত্নে শুৱাই থৈ চাবোনেৰে গা-মূৰ ধুই ললো। তাৰ পিছত বাথৰুমত থকা সিহঁতৰ পাৱদাৰ, নেইল্ পলিচ, টিপ আৰু মোৰ স্যুটকেচত থকা চেভিং-পেষ্ট, টুথপেষ্ট আদিৰে মেক-আপ খিনি সুকলমে··· ”

মম্বুবীয়ে আৰু হাঁহি বন্ধ কৰি ৰাখিব নোৱাৰিলে। মোৰ ডিঙিত ধৰিয়েই আছিল। বুকুৰ মাজত মুখখন সুমাই পেপা বজাই দিলে। মই বহা টেবিলখনেৰে সৈতে যেন লুটিবাগৰ খাইহে পৰিম। ইমান ডাঙৰকৈ হাঁহিছে যদিও বাহিৰত কাণপাতি ৰৈ থকা সকলে শুনি নিশ্চয় ভাবিছে যে তাই হুৰাওবাৰে কান্দিছেহে। অৱশেষত তাইৰ হেঁকটি আহিল। খানিকমান সময় জিৰণি লৈ তাই আকৌ ফুচফুচালে, "আপুনি বাহিৰা মেক-আপ কৰাত বটিয়া ওস্তাদ। বাৰু কওকচোন, কান্দিলে মোৰ চকুৰে পানী উলিওৱাৰ কি দিহা কৰো ?"

মই চিগাৰেট এটা আনি তাৰে ধপাতৰ গুৰি অলপ তাইৰ দুয়ো চকুত পেলাই দিলো। আৰু যাব কলৈ ? তাইৰ চকুপানী দুয়োগালেৰে — পানীকলৰ টেঙ্ক ভৰি ওপৰেৰে পানী বাগৰি যোৱাৰ দৰে — বাগৰি যাবলৈ ধৰিলে। মোৰ গাৰ সাজপাৰ ঠিক কৰি লৈ আগৰ দৰে বহি থাকিবলৈ কৈ তাই মোৰ কাণে কাণে কেইটা মান বুদ্ধি শিকাই দি কান্দি কান্দি ভুবাৰ মেলিলেগৈ।

তাইৰ চকুপানী দেখি বাহিৰত ৰৈ থকা সকলৰ মনবোৰ সেমেকি আৰু কেইজনীৰ বা চকুৰে নৈ বৈছিল তাক চাবলৈ মোৰ বৰ হেঁপাহ হৈছিল কিন্তু সেই সুযোগ নাপাই মনতে অনুভৱ কৰি মজা উপভোগ কৰিলো। শ্যামাই মচি-কাচি পৰিত্ৰ কৰি থৈ যোৱা চুকটোৰ মজিয়াতে বহি ধ্যানমগ্নহে ৰৈ থাকিলো।

## চৈপথ্য

সোমাই আহিল দিলদৰিয়া আৰু আহিল মাস্তলে সৈতে সাধু। তাৰ পিছত ভয়ে ভয়ে আৰু সোমাল এজাক সাধু-কন্যা। মই সমাধিস্থ অৱস্থাত নিশ্চল হৈ থাকিলো। দিলদৰিয়াই নামাতিলে আৰু মাতিবলৈ সাহ নকৰিলে সাধু-দম্পতিয়ে। খানিকমান সময়তে হাতত মিঠাইৰ নৈবেদ্য আৰু ধূপ তিনিডাল লৈ মোৰ বিয়া নকৰোৱা ৰাইফ আগে আগে আৰু বেলপাত-তুলসী-ফুল-দুবৰি-তিল-চাউল আদি পূজাৰ সামগ্ৰীৰে সৈতে এবাটি দৈ হাতত লৈ নেৰিয়াবাম তাইৰ পাছে পাছে সোমাই আহিল।

আটাইবোৰ বস্তু মোৰ সমুখত সজাই দিয়াত মই 'ওম্ ব'ম্ ব'ম্' উচ্চাৰণ কৰি বিৰবিৰকৈ কিবা মন্ত্ৰ মাতি মাতি পূজা শেষ কৰি সেৱা কৰিলো। তাৰ পিছত উঠি বহি বৰ গহীন-গম্ভীৰ মাতেৰে আৰম্ভ কৰিলো, "ওম্ ব'ম্ ব'ম্,··· বৎস সদাশিৱ! মই ভৱভয়হাৰী, ত্ৰিপুৰাৰী, ত্ৰিজগদীশ্বৰ, ত্ৰিনয়ণ বাবা ভোলানাথৰ অনুচৰ নন্দী। তই ত্ৰিপাপ কৰি ত্ৰিতাপত তাপিত হৈছ। মঙ্গলময় প্ৰভু সদাশিৱৰ নাম ধাৰণ কৰি কাম-ক্ৰোধ-লোভ আদিৰে পৰম পৱিত্ৰ প্ৰভুৰ নাম কলুষিত কৰিছ। বাবা ভোলানাথৰ আদেশ শুনাবলৈ মোক পাচিছে। তই যথাযথ পালন কৰিলে তোৰ ত্ৰিপাপ প্ৰভু আশুতোষে খণ্ডন কৰিব। অন্যথায় অচিৰতে তোৰ বিনাশ অনিবাৰ্য্য।"

তাকে শুনি সস্ত্ৰীক সদাশিৱে আঠুলৈ হাতযোৰ কৰি কাকুতি কৰিলে, প্ৰসন্ন হওক প্ৰভু। প্ৰভু ত্ৰিপুৰাৰীৰ কি আদেশ দয়া কৰি শুনাওক দেৱতা?"

মই কলো, "দহ মাহৰ ভিতৰত তোৰ দহজনী কন্যাৰত্নক সুপাত্ৰত সম্প্ৰদান কৰিবি। তোৰ দম্ভ অহংকাৰ-মদ-মৎসৰ মষিমূৰ কৰি অসৎ ধনবোৰৰ অৰ্দ্ধাংশ সৎকাৰ্য্যত ব্যয় কৰিবি। তেতিয়া তোৰ পুত্ৰ লাভ··· " বুলি কৈ ওপৰলৈ হাতযোৰ কৰি চিঞৰ মাৰিলো, "গৈছো প্ৰভু— যো হুকুম, বাবা ব'ম্ ব'ম ভোলানাথ··· ওম্ ব'ম্ ব'ম্··· " বুলি থিয়েটৰত কৰা অভ্যাসমতে চিৎ হৈ পৰি অচেতন বনি গলো। অতিপাত ক্ষিপ্ৰতাৰে ময়ূৰীয়ে আহি মোৰ মূৰটো তাইৰ কোলাত তুলি লৈ তাই যোগাৰ কৰি অনা চন্দন আৰু দৈ মোৰ মূৰত ভৰণ দিলে। ভেনিটীবেগৰ পৰা সিদিনা কিনি দিয়া 'পেৰিচ কী প্যাৰী' এছেন্স উলিয়াই চাদৰৰ আঁচলত অলপ বাকি মোৰ নাকৰ আগত ধৰিলে। তাৰ পাছত চাদৰৰ আঁচলটোৰে বিচিবলৈ ধৰিলে। গোটেই কোঠাটো 'পেৰিচ কী প্যাৰী'ৰ সৌৰভেৰে আমোলমোল হ'ল।

লাহে লাহে মোৰ চকুপতা লৰিল। কেবাৰমান চকু পিৰিকিয়ালো। বোধকৰো তাইৰ ইসাৰামতে নেৰিয়াবামে মোক আলফুলকৈ দাঙি পথালি কোলাত তুলি ললে আৰু ময়ূৰীয়ে মূৰটো দাঙি ধৰিলে। নিশব্দেৰে দুয়ো মোক বাথৰুমলৈ লৈ গ'ল। কোঠাৰ দৰ্শকবৃন্দৰ মাজত কোনো সাৰি-শব্দ নাই। ইঙ্গিতমতে নেৰিয়াই মোৰ স্যুটকেচটোকো বাথৰুমলৈ নি দুৱাৰ বন্ধ কৰি দিলে।

গা ধুই উঠাত নেৰিয়াই মোক সাজপাৰ পৰিপাটীকৈ পিন্ধাই তাৰ ডেনেহী চাহাবৰ দৰে কৰি দিয়াৰ পিছত যেতিয়া আকৌ কোঠালৈ আহিলো তেতিয়া দৰ্শকৰ ভিতৰত কেৱল মোৰ সৈতে প্ৰতিযোগিতা চলাই বৈৰীভাবে ভজা চাৰিজনী আৰু মিত্ৰভাবে ভজা চাৰিজনীহে বৰ ব্যগ্ৰ ভাবে বৈ আছিল। আটাইকেজনীয়ে সন্তোষৰ হাঁহি মাৰি নমস্কাৰ কৰি মোক আগুৰি ধৰিলে। ময়ো নমস্কাৰ আৰু মিঠা হাঁহিৰে প্ৰতিদান আৰু লগতে ধন্যবাদো দিলো।

ৰঙিনী জীয়া-ভৰলীয়ে তাইৰ দুয়োহাতেৰে মোৰ হাতত ধৰি ক'লে, "ক্ষমা কৰক মিঃ নগৰীয়া। এতিয়াও আমাৰ বুকু কপি আছে। উস্ ৰাম, আমি ভয়তে পেপুৰা লাগিছিলো।"

"কেলেই?" মই সুধিলো।

ফণীনীয়ে আগবাঢ়ি ক'লে, "আকৌ সুধিছেনে? আপুনি 'কিবা অকণমান ফুট দিয়া হলেই আমি চাৰিও জনীক··· "

তাইৰ মুখৰ কথা কাঢ়ি নি লাহ-বিলাহৰ পাকে ক'লে, "আমি আঠোজনীকে কিল-কীৰ্ত্তন দি একেবাৰে নিৰ্ব্বাসন দিলেহেঁতেন। আপুনি আমাৰ মা-দেউতাৰ খঙৰ কথা সমূলি নাজানে, নগৰীয়া ককাইদেও?"

মই হাঁহি হাঁহি কলো, "জানো জানো, মাতা শত্ৰু, পিতা বৈৰী। মই কথা দিলো, আটাইকেজনীকে মই তেওঁলোকৰ চকুৰ আঁতৰ কৰি দিম।"

"কেনেকৈ?" নীলাচলে সুধিলে।

মই কলো, "তাৰমানে মই তোমালোকৰ আটাইৰে কঁপালত সেন্দুৰ পিন্ধাম।"

গঙ্গা-যমুনাই "উ-ৱা।" বুলি ময়ুৰীলৈ চাই ক'লে, "এয়া বাইদেউৰ উপৰিও আৰু আঠজনীক অকলে সামৰিব?" শ্যামাই মধুৰ হাঁহিৰে তাইৰ ডিঙিত আকোৱালী ধৰি গালত চুমা খালে।

সেই সময়তে নেৰিয়া ব্যস্ত ভাবে বাহিৰৰ পৰা সোমাই আহিল। সি ইতিমধ্যে কেতিয়া ওলাই গৈছিল ভু পোৱা নাছিলো। সি চালাম কৰি ক'লে, "হুজুৰ ছোটা হাজিৰা··· "

জীয়াভৰলীয়ে সোঁহাতে আৰু ফণীনীয়ে বাওঁহাতে ধৰি ক'লে, "বলক মিঃ নগৰীয়া।"

"আকৌ কম্পিটিশ্বন নেকি?" মই কলো, "তোমালোকে জিতিছা, মই স্বীকাৰ কৰিছো।"

"নহয় নহয়" বুলি দুয়োজনীয়ে নিজৰ কাণ চুই ক'লে, "আমি হাৰিছো আপুনি জিতিছে। পুনৰ প্ৰতিযোগিতা নচলাওঁ।"

আটাইবিলাকে ডাইনিংৰুমলৈ গলো। তাত দেখিলো যে মুখামুখিকৈ দিলদৰিয়া আৰু সদাশিৱে বহি কথা পাতি পাতি খাবলৈ আৰম্ভ কৰিছে। আকৌ দিলদৰিয়াৰ সোঁফালে কোনোবা এজন বহি আছে। কেইখোজমান গৈ যি দেখিলো সেয়ে মোৰ চকু থিয় কৰালে। কিয়নো সেইটো আন কোনো নহয়, কালি যাত্ৰাৰ সময়ত মোক দেখা কৰা মোৰ বন্ধু বিয়া-বলিয়া-নীলকণ্ঠ।

যি গম পালো সদাশিৱ সাধুৰ দম্ভ-চূৰ্ণহে তেনেই যাকবোলে মাটিৰ মানুহ হৈ পৰিছে। তেওঁ খাব এৰি থিয়হৈ আদৰিলে, "আহক মিঃ নগৰীয়া, বহক··· "

মই বাধা দিলো, "মোক তুমি তুমাকৈ কওক, আপুনি মান্যবন্ত আৰু বয়সস্থ লোক স্তৰ··· "

"বেছ কলা" সাধুৱে ক'লে, "বৰ সুখ পালো, মইনা। তুমি মোৰ ল'ৰাৰ নিচিনা। বহা আইটি।" বুলি শ্যামাক তেওঁৰ সোঁফালে আৰু মোক তেওঁৰ বাওঁফালে দুখন চকীত বহুৱাই দিলে। লচপচ কৰে সেই আঠগৰাকীয়ে খাদ্য পৰিবেশন কৰাত লাগিল। কোনে কি বেছিকৈ খুৱাই বেছি মৰম কৰিব পাৰে তাৰেই প্ৰতিযোগিতা চলাবলৈ ধৰিলে বুলিহে কব পাৰি। সেই সময়তে আই-অন্নপূৰ্ণাও তালৈ আহি নীলকণ্ঠৰ ওচৰতে বহিল। মই নমস্কাৰ কৰিলো। মোক দেখি শ্যামায়ো কৰিলে। উত্তৰত তেওঁ টেঁটটেঁটাই কিজানি কিবা আশীৰ্ব্বাদকে দিলে, যাক ভালকৈ বুজা নগল।

সাধুৱে কোমল মাতেৰে ক'লে, "এখেত মানে দালাল দেউৰ পৰা মই সকলো শুনিছো নগৰীয়া বোপা। তুমি জেনেৰেল মেনেজাৰ। এই ঘটনাটোৰ পৰা দালালী প্ৰতিষ্ঠানৰ যি বেমেজালী হ'ল তাৰবাবে মই দুখীত। ক্ষতিপূৰণ স্বৰূপে পাঁচ হাজাৰ টকাৰ চেক এখন মই দিছো। আকৌ এখেত দৰা অৰ্থাৎ এওঁ নীলকণ্ঠ বোপাৰ সৈতে বিয়াখনৰ বন্দৱস্ত কৰি দিয়া বাবে দালালী স্বৰূপে দুহাজাৰ টকাৰ চেক দিম। তুমি নিশ্চয় সন্তুষ্ট হবা, কি কোৱা বোপাই?"

দিলদবিয়াই কিবা কব খুজিছিল। মই চকু টিপতে মানা কৰি কলো, কিন্তু স্তুৰ, কমল শাহুৱে বিয়াখন সমাধা কৰি দিবলৈ আমাক দালালীৰ বাবে পাঁচ হাজাৰৰ চেক আগধন হিচাবে দিছিল। গতিকে আমাৰ তিনি হাজাৰ লোকচান হ'ল। কিয়নো সেই চেক তেওঁক ফিৰাই দিব লাগিব।"

মোৰ মুনিবৰ মনটো প্ৰসন্নহৈ উঠিল। চকুৰে বিজুলীৰ তিৰবিৰণি এটা বাগৰি গ'ল। তেতিয়াহে তেওঁৰ মনত পৰি থাবলৈ এৰি বাওঁহাতত লৈ থকা ভেনিটীবেগটো খুলি কমল শাহুৰ চেকখন দেখুৱাই ক'লে, "এৰা, পাহৰি গৈছিলো। অথনি নকৈছিলোনে যে মিঃ নগৰীয়া নহলে আমাৰ এঘণ্টাও নচলে। সকলো কথা জানো মই মনত ৰাখিব পাৰো মিঃ সাধু? এতিয়া আমি দুয়োৰে অনুপস্থিতিত কেইজন মক্কেল বা উভতি গ'ল, কিমান হাজাৰ বা লোকচান হ'ল… "

সাধুৱে মিনতি কৰিলে, "ক্ষমা কৰক মেডাম। আগেয়ে কোৱা হলে মই সেইকণ পূৰা কৰি দিলোহেঁতেন। এতিয়াও দিম, আপোনাৰ লোকচান নকৰো।" তাৰ পিছত মোৰ মুখলৈ চাই ক'লে, "তুমি খং নকৰিবা দেই নগৰীয়া বোপা। তোমাক মই বহুত কষ্ট দিলো। তাৰবাবে তোমাক মই এটা পুৰস্কাৰ দিম যাতে মনত… "

তেওঁক কথা শেষ কৰিবলৈ নিদি মই কলো, "ওঁহো, তেখেতহে মুনিব মই তাবেদাৰ। মুনিবৰ কাম মানেই মোৰ ডিউটী। তাত মই পুৰস্কাৰ লৈ চুৰ কৰিব নোৱাৰিম, ক্ষমা কৰিব স্তাৰ। মুনিবৰ লোণ খাওঁ যেতিয়া মোৰ কৰ্ত্তব্য কামত যিমানেই তকলিফ নহওক মই কেয়াৰ নকৰো।"

সাধুৱে দালালৰ মুখলৈ চালে। দালালৰ গাল মুখ পোহৰ কিন্তু তলমূৰকৈ খোৱাত ব্যস্ত ভাব দেখুৱাইছে। তাৰ পিছত মোৰ পিঠিত হাত বুলাই সাধুৱে ক'লে, "ধন্যবাদ বোপা, বৰ সুখ পালো। কিন্তু শুনা, মই টকা তোমাক নিদিওঁ বাৰু, এওঁক" বুলি শুকুলা শ্যামাক দেখুৱাই ক'লে, "মানে তোমাৰ ৱাইফক দিম। তেতিয়া তুমি বা মুনিবে আপত্তি কৰিবলৈ থল নাথাকে।" বুলি ময়ূৰীলৈ চাই ক'লে, "বুজিছা আই, তোমাক মই পাঁচ শ টকা দিম। তুমি এওঁলোক দুজনক নকবা দেই।" বুলি হাঁহিলে।

ইপিনে অষ্ট-কল্যাই খুওৱাৰ প্ৰতিযোগিতাহে যেন চলাইছে। শহুৰৰ

জীয়েকে কিমান খুৱায় অভিজ্ঞতা নাই যদিও কবলৈ মন যায় যে শছৰৰ জীয়েকেহে যেন খুৱাইছে।

হৃতশ্ৰীমতী দালাল, পালবিহীন মাস্তুল মিচেচ্ সাধু, বগা ডিঙিৰ নীলকণ্ঠ, শিলঘাটৰ মানৱ বিগ্ৰহ সদাশিৱ আৰু মোৰ নপতা-ফুকণনী দুঘণ্টাৰ ৱাইফ শুকুলা শ্যামা সকলোৰে মন প্ৰফুল্ল, পৰিতুষ্ট আৰু পৰিতৃপ্ত। কেৱল লক্ষ কৰিলো যে পৰিবেশনকাৰিণী অষ্ট ভগ্নিৰ মুখবোৰ গম্ভীৰ, মনবোৰত কিবা এষাৰ শুনিবলৈ খুদুৱনি। সিহঁতৰ মুখলৈ চাই চকুৰে 'ভয় নাই' মাৰ্কা ইসাৰা দি সাধুলৈ চাই মই সুধিলো, "স্যাৰ, আপোনাৰ এই আঠজনী ছোৱালী আকৌ দিব লগীয়া আছে হবলা ?"

তেওঁ চামুচত ওমলেটৰ পাহাৰ এখন তুলি মুখৰ ওচৰলৈ নিছিল। মোৰ কথা শুনি তাক আকৌ থালখনত থৈ ক'লে, "আঠজনী কি কৈছা ?? তাৰ দুগুণতকৈ এজনী বেছি আছে। কেলেই অলপ আগেয়ে তুমিয়েই জানো নকৈছিলা যে দহমাহৰ ভিতৰত দহজনী বিয়া দিব লাগিব আৰু দুবছৰৰ ভিতৰত পুত্ৰ লাভ পিছে ঠিক মিলিবনে বোপা ?"

বৰ আচৰিত হৈ মই কলো, "উ-ৱা ।। মই আকৌ কেতিয়া কলো ? আজি ৰাতিপুৱাৰপৰা আপোনাৰ সৈতে দেখায়েই হোৱা নাই দেখোন ?"

মাস্তুলে চিলিঙলৈ হাতযোৰ কৰি টেঁটটেটালে, "ঠিঁক ঠিঁক, বাঁবাঁ ভোঁলা নাঁথৰ আঁদেশঁ দেৱতাঁ নন্দীয়েঁ জঁনাইছেঁ, এওঁ কেঁনেকৈঁ জাঁনিবঁ ?"

সাধুবাবাই ক'লে, "ঠিক কথা, তুমি দকত পৰিছিলা। যি নহওক, অনুগ্ৰহ কৰি তুমিয়েই মোৰ দহজনী ছোৱালীৰ বিয়া ছমাহত পাতি দিয়া বোপা নগৰীয়া। তোমাক ভাল পুৰস্কাৰ

মই কলো, "ক্ষমা কৰিব স্যাৰ, মোৰ মুনিবৰ হুকুমৰ বাহিৰে মই কাৰো আদেশ পালন কৰিব নোৱাৰো।"

প্ৰফুল্ল মনেৰে দিলদৰিয়াই মোৰ মুখলৈ চালে। মই আগধৰিয়ে বাওঁহাতৰ কিলাকুটিৰে টেবিলত ভৰ দি আঙুলি পাঁচোটা উপৰ মুৱাকৈ থৈছিলো। বুদ্ধিমতী হৃতশ্ৰীহৃতীয়ে চকুটিপতে ক'লে যে 'বুজিছে'। সাধুলৈ চাই তেওঁ ক'লে, "আপুনি যদি প্ৰত্যেকৰ বাবে পাঁচ হাজাৰকৈ দালালী দিয়ে আৰু নগৰীয়াই চফৰ ফুৰা খৰচ দিবলৈ সন্মত হয় তেনেহলে মই তেওঁক কামটো লবলৈ কম। কিন্তু তেওঁ সদায় নিজৰ বুদ্ধি মতেহে কাম কৰে, জানিব।"

ততালিকে সাধুৱে ক'লে, "বৰ ভাল কথা। মই সন্মত আছো, কিন্তু··· "

বাধা দি মই কলো, "কিন্তু দৰাবিলাক ভাল হব লাগিব, তাকেই কব খুজিছে নে স্যাৰ ?"

"এৰা, তুমি কেনেকৈ জানিলা ?" সাধুৱে সুধিলে।

মই উত্তৰ দিলো, "যেহেতু ছোৱালীবিলাক ফিল্মষ্টাৰৰ দৰে ৰূপহী ধূনতী আৰু লখিমী-সৰচেস্তীৰ দৰে বুদ্ধিমতী-বিদুষী।" মোৰ কথা শুনি অষ্টকন্যা যেন মাটিৰ পৰা চাবি আঙুলমান শূন্যত উঠিল। মই আকৌ কলো, "তেনেহলে শুনক স্যাৰ, মানে অমুকাই ইচ্ছা কৰিলে আটাইৰে বাবে সৌ তাহানিকালৰ কামদেৱৰ নিচিনা ৰূপবান আৰু আজিকালিৰ আপ-টু-ডেট ফিটফাট গ্রেজুৱেট দৰা যোগাৰ কৰি দিব পাৰো কিন্তু তাকে কৰিবলৈ হলে যদি কাৰোবাক কিবা মিঠাই-খুওৱা দিবলগীয়া হয় সেইকণ ভৰিবলৈ মোৰ শকতি নাই মিঃ সাধু। মই দালালী প্রতিষ্ঠানৰ দৰমহাৰ এটা নিমাখিত নোকৰহে স্যাৰ।"

সাধুৱে মুখত আনন্দৰ ভাব বিৰিঙাই ক'লে, "সেইকথা তুমি ভাবিবই নালাগে। যাক যি দিবলগীয়া হয় এই সদাশিৱে দিব। এই নীলকণ্ঠ বোপাৰ বিষয়েই কওঁ শুনা, তেওঁক মই বিয়াৰ খৰচৰ বাবে পাঁচ হাজাৰ দিলো। অৱশ্যে খৰচ এওঁৰ নায়েই মানে ময়েই কৰিম। বিয়াৰ পিছত এই শিলঘাট নগৰতে থকা মোৰ দহটা বঙলাৰ এটা এওঁক দিম। বাগিচাৰ অংশতো দিমেই আৰু বাগিচাত চাকৰি এটাও দিম। তদুপৰি তালৈ এওঁ বাগিচাৰ মটৰেৰে অহাযোৱা কৰিব।"

মোৰ বন্ধু শুক্ল-গলৰ নীলকণ্ঠৰ ভাগ্য দেখি মনত বৰ তৃপ্তি পালো। তদুপৰি সৌদামিনীৰ মুখলৈ মনত পৰি মোৰ মনটো পৰিতুষ্ট হ'ল।

মই ডেকেৰীহঁতৰ মুখলৈ চাই ৰহস্যৰ ইয়াকি মাৰি সাধুক সুধিলো, "তেনেহলে এওঁলোকৰ কোনজনীক আপুনি প্রথমে চলাব খোজে ?"

সাধুবাবাই বিপদত পৰি ক'লে, "শুনিছা বোপা, মই তোমাৰ ওপৰতে আটাইকেজনীৰ ভাৰ দিলো। তুমি যি ভাল দেখা··· "

"বেছ" মই কলো, "মই ভাৰ ললো। সকলোটিৰে কঁপালত সেন্দুৰ আৰু আঙুলিত আঙঠি মই পিন্ধাম।" মোৰ কথা শুনি লাজ পাই আটাই-মখাই দূৰলৈ গৈ নিজ নিজ নয়নৰপৰা কটাক্ষ হানিলে।

নীলকণ্ঠক সাধু সদাশিৱৰ হাতত পটাই দি আমি যেতিয়া মটৰত উঠি বহিলোঁগৈ তেতিয়া সাধু পৰিয়ালৰ আটাইবিলাকে আমাক বিদায়ৰ সাদৰ সম্ভাষণ জনালে। নেৰিয়াৰাম ড্ৰাইভাৰৰ সৈতে বহিল। আমি তিনিও পাছৰ ছীটত বহিলোঁ। ইচ্ছা কৰিয়ে মই মাজতে বহি দিলদাৰ আৰু ময়ূৰীক দুই কাষে বহিবলৈ দিছিলোঁ। সেইদৰে ডুমাইলমান আহি হঠাতে হতশ্ৰীমতী দালালে মটৰ ৰখাব দিলে। মটৰ ৰখোৱাত তেওঁ মোক অৰ্ডাৰ দিলে, "বাওনা, হাৰামী তুমি মোৰ বাওঁফালে আহা, মই মাজত বহিম।"

মই আপত্তি কৰিলোঁ, "কিন্তু মই ৱাইফৰ সৈতে একেলগে··· "

আৰু পায় কোনে? লুধুমীয়ে দাঁত জেঙেৰাই ভেকাহি মাৰিলে, "খুদমান চয়তান! বদমাচ বাওনা! হাৰামী! ফাওতে পাই মোৰ চেক্ৰেটৰীৰ ওপৰত শিয়াল-ৰজা হবলৈ আহিছে!!" বুলি 'কোল-বালিচ' এটা অনাৰ দৰে মোৰ ককালত ধৰি তেওঁৰ গাৰ ওপৰেৰে দাঙি আনি মোক মটৰৰ 'বডী'ত লগাই এবেগেত ঠাইত হেঁচা মাৰি থৈ নিজে মাজত বহিল। তাৰ পিছত গাজনি মাৰিলে, "তোমাক মই··· "

মই মনত পেলাই দিলোঁ, "বোলো মেধাম, খাইছা এপাচি, লীভাৰ বেয়া, খং উঠিলে হাৰ্ট·· "

"হওক হাৰ্ট-ফেইল।" দালালনীয়ে ক'লে, "সদাশিৱৰ ঘৰত মোৰ নাকৰ আগতে কিমানবাৰ মোৰ চেক্ৰেটৰীক ৱাইফ কৈ মোৰ হাৰ্ট-ফেইল কৰাব ধৰিছিলা মই পাহৰা নাই। নাকৰ বিষ কমিছে হবলা? এতিয়াৰপৰা শ্যামাৰ সৈতে কথা পাতিলে··· "

মই আঙুলিৰে ড্ৰাইভাৰ আৰু নেৰিয়াক দেখুৱাই দি কলোঁ, "চাবাচ দিলু সুন্দৰী, বেজাই বেকুব বনাই দিলা শিলঘাটৰ শিৱক। যিহে ভয় খুৱাই দিছিলা··· "

"বুঢ়ীমাকক চিনা নাছিল, চিনাই দিলোঁ।" মুনিৰে ক'লে, "পিছে দেখিছোঁ, ম'হতকৈ শিং চৰা হোৱাৰ দৰে মোতকৈও তোমাৰ চাপ্ৰাছি নেৰিয়াৰহে বুদ্ধি চোকা। সি গৈ নিশা মোক বাতৰি দিয়াত মোৰ দিহা ভাৰসা লোপ হৈ পৰিছিল। সি টিপ্ দিয়াতহে বুদ্ধি আহিছিল। তাৰ কথামতে এই দহ হাজাৰ মুখৰ কথাতে··· "

হঠাতে মই কলোঁ, "আঁ ময়ো মুখৰ কথাতে··· "

খঙেৰে তেওঁ চকু থিয় কৰি ভেকাহি মাৰিলে, "খবৰদাৰ হাৰামী, আকৌ যদি মোৰ চেক্রেটৰীক ৰাইফ বুলি কোৱা তেন্তে তোমাৰ কাণ এখন কামুৰি ছিঙিম।"

মই মনে মনে থকা দেখি দিলদৰিয়াই কোমল মাতেৰে সুধিলে, "তুমি এই বুদ্ধিটো কেনেকৈ পাইছিলা নগৰীয়া ?"

"নন্দীয়ে শিকাইছিল।" মই কলো।

তেওঁ ক'লে, "বোলো সদাশিৱক সেই বুদ্ধিৰে ঠগাব পাৰিলেও দিলদৰিয়াৰ চকুত ধূলি মাৰিব নোৱাৰা চয়তান। কোৱা এতিয়া··· ?"

মই ওকণি-পুৰাণৰ কথাটো কবলৈ ধৰাত তেওঁ বৰ মনোযোগেৰে শুনি থাকিল। তাৰে মাজে মাজে হাঁহিলেও। যেতিয়া মোৰ মূৰৰপৰা ভৰিলৈ ওকনিৰ কথা কলো তেতিয়া মোৰ গাতে লগাই হেচি থকা তেওঁৰ থুলন্তৰ মাংসপিণ্ডটো ততালিকে আঁতৰাই নি শ্যামাৰ গাত হেচা মাৰি বহিল। তাৰ ফলত ঠাই ওলোৱাত মই আৰাম কৰি বহি লৈ কলো, "প্ৰতি লোমকূপতে যেতিয়া ওকণি-সৈন্যই ট্ৰেঞ্চ কৰি লৈ সোমাল তেতিয়া মূৰৰপৰা ভৰিলৈ নিৰ্লোম কৰি ওকণিয়ে-লোমে সদাশিৱ সাধুৰ লেপৰ তলত সাৱধানেৰে শুৱাই থৈ··· "

হতশ্ৰীহতীৰ টিলিঙা বাজিল। সোঁহাতেৰে শ্যামা আৰু বাওঁ হাতেৰে মোৰ ঘাৰত ধৰি বিৰাট মাংসপিণ্ড নচুৱাই হাঁহিবলৈ ধৰিলে। মই কৈ থাকিলো, "লথামুৰা হৈ মোৰ বুদ্ধি খুলি গ'ল। বাথৰুমৰ চাবোন, পাউদাৰ, কিউটেক্স আৰু মোৰ টুথপেষ্ট আদিৰে মেক-আপ্ কৰি··· "

মুনিবৰ হাঁহিৰ টিলিঙাৰ কোব অতিপাত চৰিল। নাকে মুখে পানী ওলাই হাঁহি-কাহি-হেকটিয়াই একদম কাহিলহৈ পৰিল। মই তেওঁৰ পেটত হেচি ধৰিলো, শ্যামাই 'পেৰিচ কী প্যাৰী'ৰ পৰা সুগন্ধি তেওঁৰ নাকৰ ওচৰত ধৰিলে।

দিলদৰিয়া দালাল অচেতনৰ দৰে পৰি থাকিল তাৰ পিছত টোপনিয়েই আহিল হবলা।

ময়ুৰপঙ্খীৰ চকুৰপৰা পোহৰ ঢুকালি আহি মোৰ মুখত পৰিল। তাইৰ ভেনিটী বেগত সাধুৱে দিয়া পুৰস্কাৰৰ টকা পাঁচ শৰ টোপোলাটো দেখুৱাই অন্তৰৰ আটাই সোপাই কৃতজ্ঞতা নিঃশেষে মোলৈ বাকি দি দিল-খুচ্ হাঁহি মাৰিলে।

মটৰ ফুলস্পীডত চলি আছে।

---